# জিঞ্জিৰ



জ্যোতিকণা, সাহিত্যকলা, চিন্তামণি, মানসী, গুটিমালী,

জয়াতীৰ্থ আদিৰ গ্ৰন্থকাৰ

শ্ৰীনীলমণি ফুকন প্ৰণীত

যোৰহাট

১ জেঠ, ৫০২ শকবাব্দ।

 [ দাম খনে—পাচ মহা

প্ৰকাশক—

শ্ৰীপ্ৰেমধৰ ৰাজখোৱা,

বাতৰি প্ৰেছ, যোৰহাট।

প্ৰথম প্ৰকাশ

জেঠ—৫০২ শঙ্কৰাব্দ

মেই—১৯৫১

যোৰহাটৰ বাতৰি প্ৰেছত ছাপা।

# উচৰ্গা



মহাত্মাৰ "ভাৰত-ত্যাগ" মন্ত্ৰত দীক্ষিত হৈ যি সকল
দেশৰ নৰ-নাৰীয়ে মুক্তি-মন্দিৰৰ দুৱাৰ মুকলি কৰি
বিয়াল্লিশৰ আন্দোলনত নিজক বলিদান দি
কুণ্ঠাহীন বৈকুণ্ঠলৈ প্ৰয়াণ কৰি স্বৰ্গাদপি
গৰিয়সী জননী জন্মভূমিৰ স্বাধীনতাৰ
পতাকা ভাৰতৰ মুক্ত-আকাশত
হিমালয়ৰ সমানে উচ্চ
কৰি থৈ গল
সেই শ্বহীদসকলৰ পৱিত্ৰ নামত
"জিঞ্জিৰি"ৰ মৰ্ম্ম-কথা
উচৰ্গা কৰিলো।

শ্ৰীনীলমণি ফুকন

# "জিঞ্জিৰি"ৰ পৰিচয়

মহাত্মাৰ মহাবাণী হল—"ভাৰত-ত্যাগ"। লগে লগে কাৰাবৰণ। জগন্নাথৰ যাত্ৰীৰ দৰে দেশ জেলমুৰা হল। এয়ে বিয়াল্লিশৰ আন্দোলন। হিংসা অহিংসাৰ মাজত তয়া-ময়া ৰণ আৰম্ভ হল। দেশব্যাপি আন্দোলনৰ ধুমুহা আহিল, ঢৌ উঠিল। কাণ্ডাৰী-বিহীন নাও তল-ওপৰ হবলৈ ধৰিলে। হিংসা অহিংসাৰ সোমোজাত পৰি দেশে কেনি খোজ দিব, স্থিৰ নোহোৱা হল। এফালে শক্তিৰ সংহাৰ-মূৰ্ত্তি, আন ফালে জননী মুক্তি মন্দিৰৰ দুৱাৰ ডলিত—এখোজ মাত্ৰ বাকী।

কাৰা-মন্দিৰ সতীৰ্থ সকলেৰে ভৰি পৰিল, নধৰা হল। ঢোৰে টানি নিয়া খেৰকুটা ডালৰ দৰে নিজেও সেই তীৰ্থৰ যাত্ৰী হৈ গলোঁ। দেৱ-দৰিশনৰ আশাত মুক্তি মন্দিৰ সোমালোঁগৈ। তাত যি দেখিলোঁ, যি শুনিলোঁ, হৃদয়ত যি অনুভৱ কৰিলোঁ, আত্ম-পৰীক্ষাত কি পালোঁ—সকলো অনুভূতিকেই প্ৰকাশ কৰিবৰ এটি প্ৰবল ইচ্ছা হোৱাত ভাবোন্মেষকাৰী কবিতা নাম দি লিখা হল, যাতে ভাবগ্ৰাহী সকলে তাৰ স্বৰূপ ধৰি প্ৰকৃত ৰূপ দিব পাৰে।

সন্ধ্যাৰ লগে লগে জেল সোমাও। সোমোৱা মাত্ৰেই মনৰ যেন কিবা এটা পৰিবৰ্ত্তন ঘটিল। দুৱাৰখন বন্ধ কৰিলতেই যেন স্বকীয়া এখন ঠাই পালোহি—বহিৰ্জগতৰ লগত কোনো সম্বন্ধ নাই। চাৰিউফালে যেন জিঞ্জিৰিৰেই শব্দ শুনিবলৈ পালোঁ। শৰীৰৰ জোখমাখ ললে, কানি-কাপোৰ কেই ডোখৰ চালে, বাকচ-বিছনা মেলি চালে, "কয়দী" তৈয়াৰ কৰা সকলোখিনি কাম সমাপন হল। তেতিয়া ভিতৰ ফালৰ দুৱাৰখন মেলি সুমাই দি নিমিষতে বন্ধ

কৰি দিলে। ছয়াময়া দেখিলো। খন্তেক পাচতে দেখো সন্ধ্যাৰ পথী মইনা কুলিৰ দৰে তিনি চাৰি-শ মুক্ত-প্ৰাণ ডেকাই কিৰিলিয়াবলৈ ধৰিলে। তেওঁলোকৰ মাজত পৰি নিজৰ কথা তেনেই পাহৰিলো। দেখো সাধকৰ দল তপঃক্লিষ্ট দেহা ধৰি যজ্ঞস্থল শোভি ৰহি আছে। স্বৰ্গীয় লোকপ্ৰিয় বৰদলৈ প্ৰমুখ্য পূজাৰী সকল বেদী পাতি বন্ধনৰ মাজতো মুক্ত জীৱনৰ দৈৱবাণী শুনি দুঃসাধ্য সাধনা কৰি আছে। তেওঁলোকৰ হৃদয়ৰ আলোকপুৰীৰ সৌন্দৰ্য্য দেখি তবধ মানিলো। বন্দীশালতেই আশ্ৰম-সুলভ সুখ অনুভৱ কৰিলো। বাহিৰৰ দম্ভ অহঙ্কাৰ সকলো আঁতৰি গল। এই ক্ষুদ্ৰ জীৱনে সেই সকল ত্যাগী মহৎ জীৱনৰ সঙ্গসুখ লাভ কৰিলে।

দিনে যি ভাব মনত উদয় হৈছিল তাক একোটি কবিতাকাৰে প্ৰকাশ কৰিছিলো। প্ৰথম মাহ এইদৰে কটালো। এই কবিতা বিলাকৰ মাজেদিয়েই জেলৰ ভিতৰত যি বিলাক নিৰ্ম্মম, নিষ্ঠুৰ কাম চলি আছে গৌণভাৱে বৰ্ণনা কৰা হৈছে। দৈনিক এনে নিৰ্ম্মম নিষ্ঠুৰ কামে মানুহক আৰু কিমানদূৰ অমানুহ কৰি তোলে, মনুষ্যত্ব লোপ কৰি পেলায়, তাক দেখুৱাবৰ চেষ্টা কৰা হৈছে। জেলত শাৰীৰিক কষ্ট ভোগতকৈ মানসিক আৰু নৈতিক অৱনতি যে কিমান ভয়াবহ সেই কথা কবিতাৰ মাজেদি ইঙ্গিত দি কোৱা হৈছে। ব্যাধৰ শৰতকৈ মাজ নিশাখন চডুৱে মতিলে ব্যাধৰেই মাত যেন শুনিহে বুকু কপাই তোলে। জেলৰ লোৱৰ দুৱাৰত অত্যাচাৰ, অবিচাৰ আহি সদায় আঘাত দি থাকে বাবেহে, সি সদায় কৰ্কবিছে জিলিবিছে, মৰ্ম্মৰিছে। শলখাৰ হৃদয় কপে, একোবাৰ চুৰমাৰ হৈ যাব খোজে। জেলখানা শিলেৰে বন্ধোৱা বাবেই "পাষাণী" বুলিব নোৱাৰি। তাৰ ভিতৰত কোনেও কাণ নিদিয়া বিবিলাক হাহাকাৰ ধ্বনি

উঠে, শুনিলে তেজ গোট মৰা কাহিনী ঘটে, বগাচকু, অট্টহাঁসি— এই বিলাকেহে যথাৰ্থতে পাষাণী কৰি তোলে। এই কাৰণে কব পাৰি, "কাৰা! তোৰ লোহ-শলখা প্ৰস্তৰ, লোহৰ শিকলি ডাল নহয় সিমান কঠিন যিমান তোৰ গাৰ ছাঁয়াগাল।" জেলৰ ভিতৰত চিপাহী-চন্তৰী ফুৰোতে কয়দীবিলাকৰ মনত এনে খেলায় যেন বাঘে এফোটা থাপ মাৰি গল। কয়দীৰ মন মৰুভূমিৰ দৰে এনে শুকান্ আৰু উদাস যে জেলৰ ভিতৰত থকা গছ-গছনিয়েও গাত ছাঁ দি শীতল কৰিব' নোৱাৰে। সেউজীয়া বননিখনেও চকু জুৰ নকৰে। কয়দী এটাক হাতত ভৰিত শিকলি দি নিৰ্ম্মম ভাবে লৈ ফুৰা দৃশ্য যিমান কঠোৰ বিধান বুলি মনত বিতৃষ্ণা জন্মে, শিকলিডাল নিজে সিমান কঠোৰ নহয়। হেয়জ্ঞান ওপজা কয়দীৰ পোচাকটো এজন বৈষ্ণৱৰ গাত মুমাই দিলে তেওঁ যে চোৰ নহয় এই কথা মনলৈ আহিব নোখোজে। ভাতগাল দিওঁতে পাত্ৰ চোচোৰাই লৈ ফুৰোতে, ঘিটো লাচত ভাত-আজা দিয়ে বান্ধনি ঘৰৰ আলাক্কুতকৈও ভাত-পানী কৰা হোৱা যেন লাগে। ঔষধ দিয়াৰ চেও, পালমৰা পথ্যই ৰোগীৰ ৰোগ দূৰ কৰাতকৈ মনৰ মায়া মুগুচি ৰোগ আৰু বঢ়ায় হে। লোহৰ শলখাবোৰতকৈও দুৱৰী-প্ৰহৰীৰ মনবোৰ টান হৈ পৰে। জেলৰ ভিতৰত সাধু চোৰ প্ৰভেদ কৰিবৰ সাধ্য নাই। এই কাৰণেই বন্দীশালক "নিৰ্ম্মম নিষ্ঠুৰ মনুষ্যত্বহীন জীৱনৰ চিত্ৰশাল" বুলি কব পাৰি। জেলৰ ভিতৰত দেখা কাম বিলাক স্বপ্ন নে দিঠক বিশ্বাস কৰা টান হৈ পৰে। জেলৰ চাৰি বেৰৰ মাজত ইমান বিলাক নিষ্ঠুৰ কাম হয় তাক দেখি কাৰাবো যে যন্ত্ৰণা হয় এনে অনুমান কৰিব পাৰি। তাত চকুলোটুপিও হাতেৰে মচিবলৈ সাহ নহয়। তপত চকুলো চকুতেই মাৰ যায়। নিজৰ ভালডালো জানি-শুনি নিজে চাঁচি দিব

লাগে। জীয়াতু বিমানেই নিষ্ক্রিয়ক, মুখৰ মাত নোলোৱাকৈ সহিব লাগিব। চিঞৰ-বাখৰ কৰিলে কুৱতে কিলটো পৰে। জেলখানা জুবি বানিবা জীয়া মানুহৰেই এখন মহাশ্মশান। তাত মৃত্যু নোহোৱাকৈও যমৰ সকলো যন্ত্ৰণা ভোগ কৰা হয়।

ফাটকিয়াল বুলিলে যে সমাজৰ অতি ঘৃণনীয় কথা সেইকথা তাত গৈ অনুভৱ কৰিলো। মানুহেই মানুহক অকাতৰে কিমান দূৰ নিষ্ঠুৰ ব্যৱহাৰ কৰিব পাৰে, জেলখানাতহে সেই কথাৰ প্ৰকৃত মৰ্ম্ম উপলব্ধি কৰিব পাৰি। লাঠী চাৰ্জ্জৰ পাগলা ঘণ্টাৰ পাগলামি কিমান দূৰ হব পাৰে, মানুহ পশু হলে কিমান দূৰ নিষ্ঠুৰ হব পাৰে, তাত গৈ দেখিলো। জেলৰ ভিতৰত এনে কোনো গোকাৎ কাম নাই, যি কাম কয়দীৰ হতুৱাই কৰোৱা নহয়। মৰলা পেলোৱাৰ পৰা গৰুৰ দৰে তেলৰ ঘানি টনাইলৈকে সকলো কাম কৰিব লাগে। হাতৰ একোটা বিদ্যা শিকাৰ ব্যৱস্থা আছে সঁচা। কিন্তু সি এতিয়াও ওলাই আহি নিজৰ জীৱিকা নিৰ্ব্বাহ কৰিবলৈ উদগোৱা বিধৰ ব্যৱস্থা হব পৰা নাই। একোজন ধৰ্ম্ম যাজকে একোদিন গৈ ধৰ্ম্ম, নীতি, সদাচাৰৰ কথা পাল মাৰি শিকাই আহে। কিন্তু গোটেই সপ্তাহটো ফাটকিয়াল সকলে যেনেকৈ পশুৰ দৰে ব্যৱহৃত হয়, তাৰ পৰা কোনো সুফল পোৱা নাযায়। গৰুৰ আগত টোকাৰী বোৱাৰ দৰে হয়। ফাটকত লঘু দোষত গুৰু দণ্ড, মাত মাতিলেই শাস্তি, কথাই কথাই বেঁত, নিজান ফাটক ইত্যাদি ব্যৱস্থাবিলাকে দণ্ডিতৰ দোষ সংশোধন কৰাতকৈ ওলাই আহি তাতোকৈ গুৰুতৰ দোষ কৰিবলৈ বুকুত অমানুষিক সাহ লৈ আহিবলৈ ফাটকিয়াল অভ্যস্ত হৈ পৰে। দোষীয়ে জেলখানাত অনুতপ্ত হবলৈ কোনো প্ৰকাৰ অৱসৰ নাপায় বা কাৰো পৰা তেনে বুজনি নাপায়। আকৌবা কোনটো দোষত পৰে এই চিন্তাতে চৌবিশ ঘণ্টা ত্ৰস্তমান

হৈ থাকে। এনে আতঙ্কিত অৱস্থাত জীৱনৰ প্ৰতি মমতাই নোহোৱা হৈ আছে। পাছত যি কোনো নিষ্ঠুৰ কামত আগবঢ়াটো স্বাভাৱিক হৈ পৰে।

বিয়াল্লিশৰ ৰাজনৈতিক বন্দীসকলৰ বাবে জেলৰ চিত্ৰ সুকীয়া। জেল তেওঁলোকৰ পক্ষে এখন মায়াপুৰী। বাহিৰে অন্ধকাৰ বিকট হাঁহিলেও, তেওঁলোকে মনৰ আলোক পুৰীতেই সদায় বিচৰণ কৰে। কাৰাগাৰ তেওঁলোকৰ সাধনাৰ থল। তাত তেওঁলোকে মুক্তিনাথৰ চৰণত কেৱল জননীৰ আকাঙ্ক্ষিত মুক্তি বিচাৰে। তেওঁলোকৰ বিশ্বাস যে জননী যদিও আজি শৃঙ্খলিতা, কাৰাৰ মুক্ত দুৱাৰে এদিন হিমালয়ৰ দৰে উচ্চ শিৰ হৈ ওলাই যাব। সাগৰে আকৌ পাও পখালিব, বুকুত বিন্ধ্য নীলাচল আকৌ শোভিব। সেৱক বৃন্দৰ স্বাধীনতা গানে দেশৰ সুপ্ত স্বাধীন প্ৰাণ আকৌ জগাই তুলিব। ইয়াত সজাৰ পখীৰ দৰে বন্দী হৈ থকা ডেকা-গাভৰুৱে এদিন মুক্তিগান গাই বিমান কঁপাই ওলাই যাব। এওঁলোকৰ মানত বন্দীশাল শক্তিশাল হৈ উঠিল। পোৱালী বাঘিনী আজি গঁৰালত শুলেও, সাৰপালে এগাল পোৱালীৰ স'তে গঁৰাল লৈ কেনি জাপ মাৰিব কোৱা টান। দেশসেৱক সকলৰ পক্ষে কাৰাগাৰ অশান্তিৰ ঠাই হব নোৱাৰে। তেওঁলোকৰ মনৰ শান্তিয়ে দেহাৰ অশান্তিখিনি আঁতৰাই দিয়ে। তেওঁলোকে ইয়াত কামনা বাসনা ত্যাগ কৰি মনতে নিজ তপস্যাৰ আসন পাতি সিদ্ধিৰ দুৱাৰ মুকলি হোৱা সময় অপেক্ষা কৰি থাকে। কাৰাৰ বন্ধনে তেওঁলোকৰ দেহাৰ বৃত্তি গুচায়। বিচাৰকে অসত্যৰ সূত্ৰ লৈ যি বিচাৰ কৰি বন্দী-শাল ভৰাই দিছে, তেনে বন্দীশাল এদিন উৰি যাব এই বিশ্বাস তেওঁলোকৰ হৃদয়ত অটল। অহিংস যুদ্ধৰ বন্দী সেনানী সকলৰ

আদর্শ অস্ত্র-শস্ত্র প্রয়োগ নহয়। তেওঁলোকৰ অটল বিশ্বাস "প্ৰকাশ নহলে মানৱৰ আত্মবল, সাম্য-মৈত্রী-স্বাধীনতা সদায় নিষ্ফল।" বন্দী অৱস্থাতো তেওঁলোকৰ মন কোনো কালে অথিৰ নহয়। বন্ধনৰ দানো তেওঁলোকে হাত পাতি লব জানে। "মুক্তি এৰি বন্ধনৰ দান, হব যে নোৱাৰে একো আন"—এইকথা তেওঁলোকে নির্ব্বিকাৰ চিত্তে বিশ্বাস কৰে। কাৰাৰ শৃঙ্খলেই তেওঁলোকৰ জীৱন শৃঙ্খলিত কৰি তোলে। তেনে শৃঙ্খলিত জীৱনেই তেওঁলোকৰ স্বৰ্গৰ দুৱাৰ হৈ পৰে।

কাৰাগাৰত তেওঁলোকে ভোগ-বিলাসৰ কোনো বস্তু নিবিচাৰে। আত্মাই পৰমানন্দৰ সফুৰাটি মেলি দিয়ে। তাতেই অফুৰন্ত আনন্দ বৈ যায়। এই কাৰণেই বন্দী অৱস্থাতো তেওঁলোকে আনন্দ-উৎসৱ উপভোগ কৰিছিল। বিজয়াৰ দিনা শক্তি-অৰ্চ্চনাত নিজ "ৰক্ত"-জবা যাচিছিল। লক্ষ্মীপূজাৰ দিনা কব পাৰিছিল—"নহয় বন্দিনী আৰু লক্ষ্মী ভাৰতৰ।" কব পাৰিছিল, "শ্যামা! আজি তুমি ৰক্তকালী হৈ জগত শ্যামলা কৰি তোলা।" অনুভৱ কৰিব পাৰিছিল দীপালিৰ দিনা বাহিৰে ভিতৰে যি কুৰা জুই জ্বলিছিল তাৰেই শিখাবোৰ প্ৰাণত পোহৰ পেলাই শিৰাই শিৰাই সোমাল। বিহুৰ আনন্দ-উৎসৱ খোৱা-লোৱা, প্ৰীতি-স্নেহ, কাৰাৰ দুৱাৰ পাৰ হৈ অহা-যোৱা কৰিছিল। কাৰাৰ বন্ধনে বাহিৰৰ ভাই-ভনী সকলৰ বিহুৰ প্ৰীতি-স্নেহ, পিঠা-পনাৰপৰা বঞ্চিত কৰিব পৰা নাছিল। হাত-ভৰি বন্ধা বন্দীশালতো মাতৃ-পূজা চলি আছিল। তাতো মুক্তি-শঙ্খ প্ৰাণত বাজি উঠিছিল। বিশ্বাসী সকলে তাত মুক্তিস্নানৰ সংকল্প লোৱা মাত্ৰেই মুক্তিনাথ আহি প্ৰাণত দেখা দিয়ে।

অহিংস যুদ্ধই আদর্শ আমাৰ—কাৰাগাৰতো এই বিশ্বাস বন্দী সেনানী সকলৰ অটুট আছিল। অহিংস যুদ্ধত স্বাধীনতা লাভ এয়ে ভাৰতৰ

অমোঘ বাণী, এই কথা তেওঁলোকে সাৰোগত কৰি লৈ বিশ্বাসেৰে সেইদিন অপেক্ষা কৰি আছিল। যুদ্ধক্ষেত্ৰত তাৰ অলপ ব্যতিক্ৰম হলেও কৰ্ণ অশ্বত্থামা সিমানকৈ বাছিব নোৱাৰিলেও, ৰণৰ মূলনীতি যে ধৰ্ম্ম যুদ্ধ কৰা ভাৰতে এই আদৰ্শ কেতিয়াও নাপাহৰে। শক্তিপীঠ সিদ্ধস্থান কামৰূপ ভূমিৰ ডেকা-গাভৰুৰ দলে যে শত শত বন্দুক কামান বুকু পাতি লগে, জেলৰ ভিতৰতো অমানুষিক লাঠী চাৰ্জ্জৰ দিনাও সেই শক্তিৰ সংযম দেখুৱাব পাৰিছিল।

কাৰাগাৰৰ সকলো প্ৰকাৰ বন্ধনৰ মাজতো সেৱকবৃন্দই আত্মবল, প্ৰাৰ্থনাৰ অলৌকিক শক্তিৰ কথা পাহৰা নাছিল। মহাত্মাৰ অনশন ব্ৰতৰ সময়ত দৈনিক প্ৰাৰ্থনাত সেই বিশ্বাস আৰু নিষ্ঠা প্ৰকাশ পাইছিল। ৺কমলা মিৰিৰ বাপুজীলৈ ঐকান্তিক ভক্তিৰ পৰাকাষ্ঠা দেখা গল। সেই ২১ দিন তেওঁ পবিত্ৰভাৱে সূতা কাটি, এসাজ লঘোণ দি তৃপ্তি পাইছিল। ৺কুশল কোঁৱৰৰ ফাঁচিৰ হুকুমত ম্ৰিয়মান হৈও সেৱক বৃন্দই তাত তেওঁৰ অমৰ জীৱনকেই দেখা পালে। আগন্তুক ফাঁচিৰ জৰীডালত নামৰ মলাগুটি গুঠি দিলে। নাম-কীৰ্ত্তনত তেওঁৰ কণ্ঠত শক্তি বঢ়ালে। তেওঁ ফাঁচি-কাঠত উঠিবলৈ যাওঁতে অলপো অথিৰ-অবিৰ নহৈ এই শক্তিৰ বলতে "পাৰ কৰা ৰঘুনাথ সংসাৰ সাগৰ" বুলি একৰকম সোঁ-শৰীৰে বৈকুণ্ঠ প্ৰয়াণ কৰিলে।

আত্মপৰীক্ষাৰো সুযোগ এই ঠাইৰ দৰে আৰু ক'তো হব নোৱাৰে। নিজৰ ভুল-ভ্ৰান্তি, আত্মদৌৰ্ব্বল্য সকলো কথা বন্দী অৱস্থাত ফটফটীয়াকৈ চকুৰ আগত দেখা দিয়ে। মনক কাকুতি-মিনতি কৰি কৰৰ মন যায় আৰু যেন লটি-ঘটি কৰি লৈ ফুৰে। সপ্তৃতপা তপস্যাই জননীৰ মুক্তি সাধন কৰিব নোৱাৰে। বন্দী 'শাল'ত মৃৰটো জুমাই আত্ম বলিদান দিব লাগিব। স্বাধীনতা বিনে ধৰ্ম্ম-কৰ্ম্ম একোৱেই

নাই—কাৰাগাৰত যেন এই বাণীকেই শুনা যায়। পৰাধীন দেশত মঠ-মন্দিৰ, সত্ৰ-থানৰ পৱিত্ৰতা ৰক্ষা নপৰে। স্বাধীন দেশৰ ধূলিতেই গঙ্গাস্নান হয়, দেশৰ এই মৰ্ম্ম-বাণী কাৰাত নিৰন্তৰে শুনা যায়। এই বিপ্লৱ সত্যাৰ্থ প্ৰকাশ কাৰা-জীৱনতেই হোৱা সম্ভৱ। কাৰাতেই জীৱনৰ ফল্গু প্ৰাণৰ মাজেদি স্ফটিকৰ ধাৰে বৈ যায়। কাৰাতেই জীৱনৰ ত্ৰিবেণী সঙ্গম হয়।

কাৰাবৰণৰ সময়ত সেৱকবৃন্দই ভিতিত পিন্ধা জিঞ্জিৰিতেই ৰুদ্ৰাক্ষৰ মালা জপে। এই জিঞ্জিৰিতেই শতেওঁলোকে শুনে যেন—
"বাজিছে নূপুৰ নৱ বৃন্দাবনত"।

এই কাৰাগাৰতেই—

"জিঞ্জিৰিতে মুগুৰিল তেজী ৰঙা ফুল
কাঁইটীয়া মদাৰত মোৰ জীৱনৰ ;
দেৱতা ভকত ক'ত্তো নালাগে যদিও
থাকিম তলত পৰি মাতৃ চৰণৰ।"

বৰভেটা জেল,
৩১ মাৰ্চ্চ, ১৯৪৩ চন

শ্ৰীনীলমণি ফুকন




# জেল সংস্কাৰৰ বিষয়ে একেষাৰ

"জিঞ্জিৰি"ৰ পৰিচয়ত ১৯৪২ চনত ফাটকত কয়দী বিলাকৰ জীৱনৰ চিত্ৰ এটি আঁকি দেখুৱা হল। নিজে পৰ্য্যবেক্ষণ কৰি সেই সময়ত যি দেখিলো তাৰ পৰা মোৰ মনত দৃঢ় ধাৰণা জন্মিল যে জেলৰ আমূল সংস্কাৰ হোৱা উচিত। সমাজত নীতি-বিগৰ্হিত কাম কৰাৰ বাবেই তেনে লোকক ফাটকত আটুতীয়াকৈ ৰখা হয়। তাৰ উদ্দেশ্য নিশ্চয় তেনে লোকৰ চৰিত্ৰত যথাসম্ভৱ পৰিবৰ্ত্তন আনি সমাজত স-সন্মানে আকৌ ঠাই লব পৰা অৱস্থালৈ অনা। আমাৰ দেশৰ জেলখানাত সেই আদৰ্শ ফলৱতী কৰাৰ চেষ্টা দূৰত থাওক, ফাটকত তেনে লোকক আৰু হীন-চৰিত্ৰ, নিৰ্ম্মম নিষ্ঠুৰ আচৰণত সিদ্ধহস্ত কৰি বাহিৰলৈ পঠোৱা হয়। ফাটকত শাৰীৰিক যন্ত্ৰণা ভোগতকৈ মানসিক আৰু নৈতিক অধোগতি আৰু বেছি মাৰাত্মক কথা। ইয়াৰ নিবাকৰণ কৰাই প্ৰথম সংস্কাৰ কাৰ্য্য হোৱা উচিত বুলি ভাবো।

অপহৰণ, প্ৰাণবধ, ডকাইতি, নাৰীহৰণ, বলাৎকাৰ, সাম্প্ৰদায়িক সংঘৰ্ষ, আইনভঙ্গ, লুটপাট আদি সমাজ বিৰোধী কাম কৰা লোককেই ফাটক ফাঁচি আদি শাস্তি দিয়া হয়। এই শাস্তি তিনি প্ৰকাৰে দিয়া হয়—প্ৰতিশোধ মূলক, প্ৰতিৰোধ মূলক বা সংশোধন মূলক। বৰ্ত্তমান সভ্য জগতে দণ্ডবিধি আইনবিলাক বৈজ্ঞানিক দৃষ্টিভঙ্গীৰে চাই, জেলখানাটো সংশোধনৰ ঠাই হোৱা উচিত বুলি ধৰিছে।

ইংৰাজৰ আমোলত আমাৰ জেলখানা বিলাক প্ৰতিশোধ লোৱাৰ ঠাই আছিল। ফাটকিয়াল বিলাকক মানুহৰ শাৰীৰ পৰা নমাই আনি পশু শ্ৰেণীত পৰিণত কৰি, আকৌ সমাজত উদং মেলি

দিয়া হয়। পশুৰ দৰে থকা, পশুৰ দৰে খোৱা, পশুৰ দৰে গাতে বেমাৰ খেদোৱা, পশুৰ দৰে ইটোৰ প্ৰতি সিটোৰ ব্যৱহাৰ, পশুৰ দৰে পদে পদে টাঙোন খোৱা—এয়ে প্ৰতিশোধ নীতিত প্ৰবৰ্ত্তা জেলৰ কাহিনী।

জেলত আহাৰ-পানী, ঔষধৰ ব্যৱস্থা, কানি-কাপোৰ, খোৱা-মেলা, শৌচাচাৰ আদি কামৰ সকলো প্ৰকাৰ ব্যৱস্থা যে অতি পালমৰা বিধৰ, অকল সেয়ে নহয়, তাক দিয়া-মেলাৰ প্ৰণালী আৰু শোক-লগা। জেলত দাঁতৰ আৰু চকুৰ বেমাৰ হলে ফাটকিয়ালে নিজ খৰচত বাহিৰৰ ডাক্তৰৰ হতুৱাই এই দুই বেমাৰ চোৱাব পাৰে। ইয়াৰ অৰ্থ কি? অৰ্থাৎ জেলৰ পুষ্টিহীন খাদ্যই এই দুটা বেমাৰ সহজে আনে। গতিকে অৱশ্যম্ভাৱী এই দুটা বেমাৰত বেছি ভাগ কয়দীয়ে ভুগিবই। চিকিৎসাৰ সেই ব্যয় চৰকাৰৰ পক্ষে দুৰ্ব্বহ হব পাৰে। তাৰ বাবেই এই বিধান।

জেলৰ শাসন-নীতি আৰু পদ্ধতি আৰু ভয়াবহ বস্তু। য'ত দাবি এটা দিলেও হয়, ত'ত ফটৰ ফটৰ বেঁত; হাকোতিয়ালৰ লগত কথা পাতিলা, নিজান ফাটকলৈ বলা; তেলৰ ঘানীত পাক ঘূৰণি খাই পৰি যোৱা, সেইবাবে আকৌ গেলাতে টেঙা খোৱা; গধূৰ বোজা এটা অ'ৰ পৰা তলৈ নিওঁতে বহি যোৱা, আকৌ বেঁত খোৱা। জেলৰ বান্ধনি কোন? খুনি, ডকাইতি, বলৎকাৰ কৰি ১০।১২ বছৰ ফাটক খোৱা কয়দী। বান্ধনি কামত বেছি দিন বেহাই পোৱাৰ আশাত এনেবিলাক ফাটকিয়ালে খাটি-লুটি কোনোমতে এই কামত সোমায়। গতিকে জেলৰ ভাত-পানীও তথৈবচ হয়। ইফালে একোজন ভাল মানুহেও দৈৱদুৰ্ব্বিপাকত হঠাৎ একোটা ডাঙৰ ঘটনা ঘটাই এইদৰে বহু বছৰ ফাটকৰ কথা ভাবোতে মূৰ ঘূৰাই যোৱা অৱস্থাত বেছি দিন বেহাই পোৱাৰ আশাত মেতৰৰ কামো

কৰিবলৈ আগবাঢ়ে। তেনে কয়দীৰ নিজৰ ওপৰত ধিক্কাৰ আৰু অধোগতি কিমানদূৰ হব পাৰে সেই কথাও ভাবি চাবলগীয়া।

ইফালে খুনি ডকাইতি কৰা কয়দীয়েই কেইবছৰ মানৰ পাছত ফাটকিয়ালৰ ওপৰত কৰ্তৃত্ব কৰা দাফাদাৰ আদি কামত দিয়া হয়। অৰ্থাৎ বাঘক ছাগৰ ৰখীয়া দিয়া হয়। জেলৰ কৰ্ম্মচাৰীসকলেও জেলৰ ভিতৰত সকলো কামৰ তত্বাৱধান প্ৰায় এনেবিলাক ফাটকিয়াল আৰু সঙ্গদোষত পৰি সমানে নিষ্ঠুৰ ব্যৱহাৰ কৰা বাহিৰৰ জামাদাৰ আদিৰ ওপৰত নিৰ্ভৰ কৰে। নিজে পাক একোটা মাৰি গা সাৰে। তেওঁলোকো এনে পাৰিপাৰ্শ্বিক অৱস্থাত পৰি প্ৰায় ফাটকিয়ালৰ দৰে হৈ পৰে। গতিকে আচৰণো সকলো প্ৰকাৰে লৰচৰ হয়।

মোৰ বোধেৰে এতিয়া আমাৰ স্বাধীনতাৰ বিটো আদৰ্শ তাত খাপখোৱাকৈ গৱৰ্ণমেণ্টৰ বিভাগীয় শাসন-নীতি আৰু প্ৰণালীৰ আমূল পৰিৱৰ্ত্তন হব লাগিব। পুলিচৰ পূৰ্ব্বৰ মনোভাব আৰু অভ্যাস দূৰ হবলৈ যিদৰে পুলিচৰ নামটো পৰিৱৰ্ত্তন কৰি 'শান্তি সেনা' বুলিলে তেওঁলোকৰ মনৰ গতি শান্তিৰ ফালে বেছিকৈ ঢাল লব বুলি "লাল পাগুৰি"ৰ লগত অতীতৰ যিবিলাক ভাব মেৰপাক খাই আছে তাক গুচাবলৈকো এই পাগুৰিটো গুচোৱা দৰকাৰ বুলি ভাবো। জেলতো তেনে কিছুমান— দেখোতে সাধাৰণ যেন লগা—কথাৰ পৰিবৰ্ত্তন হোৱা উচিত। ফাটক, ফাটকিয়াল, কয়দী এই নামবিলাকৰ ব্যৱহাৰ তুলি দিব লাগে। তাৰ ঠাইত চৰিত্ৰ সংশোধনৰ লগত খাপ খোৱা শব্দৰ ব্যৱহাৰ হলে ফাটকিয়ালসকলৰ মনৰ গতিও ভালৰ ফালে ঢাল লব। এইবিলাক কথা মনোবিজ্ঞানেও সমৰ্থন কৰিব।

ফাটকিয়াল সকলক চৰিত্ৰভ্ৰষ্ট হোৱা বাবে কেৱল আটক কৰি ৰখা হৈছে, চৰিত্ৰ সংশোধন হলে আকৌ যাতে সমাজত পূৰ্ব্বৰ ঠাই পাব

# সূচী

| কবিতাৰ নাম | | | পিঠি |
|---|---|---|---|

| কবিতাৰ নাম | | | পিঠি |
|---|---|---|---|

অগ্নিময়ী জ্বালাময়ী বিদ্ৰোহৰ বহ্নি-জ্বলাই,
স্বদেশৰ স্বাধীনতা মন্ত্ৰ জপি জপি,
আজি এই জীৱনৰ বিয়লি বেলিকা

কাৰাৰ এই নতুন জীৱন
বন্দীৰ এই নতুন ভূষণ,

ললা আকোৱালি দেৱদত্ত বৰ বুলি,
হাঁহি হাঁহি কাৰাৰ শিকলি।

—হেম বৰুৱা।

# জিঞ্জিৰি

সোমালো সন্ধিয়া আহি কাৰা-ভৱনত
শুনো মাথো চতুৰ্দ্দিছে জিঞ্জিৰিছে কিহে :
কিহৰ জিঞ্জিৰি মই কব পৰা নাই
দেখো মাথো অন্ধকাৰ বিকট হাঁহে।

ভিতৰ সোমাই শুনো যিহকেই
মায়াপুৰী যেন লগা হ'ল এখন্তক ;
হঠাতে পোহৰ দেখো মনৰ মাজত
কোনে যেন দীক্ষিত কৰিছে সাধকক।

আৰাধিলো ছঁয়াময়া কৰি দেখা দিয়া
দেৱতাক—নেদেখিলো আৰু ঘূৰিবাৰ ;
সাষ্টাঙ্গ প্ৰণাম কৰি উঠিলো যেতিয়া,
উঠিল ডিঙিত বাজি জিঞ্জিৰি এধাৰ।

---

# কাতি বিহু

মোৰ,

তিনি বিহুতিৰ দেশ!
কাৰাৰুদ্ধ কৰি
পাৰিবানে কেৱে
নিব আনন্দৰ লেশ!

কাতিৰ কঙালী বিহু
আছে চোৱা সোৱা
ভোগদ্ৰব্য লই
ভাঙি কাৰাগাৰ বেহু।

সেউজীয়া পথাৰৰ
বন্তি শাৰী শাৰী
আহি আলোকিছে
কুঞ্চি কাৰা ভৱনৰ।

প্ৰাচীৰ বেষ্টিত কৰি
হৃদয়ে হৃদয়ে
দেখো জ্বলি আছে
স্বাধীন আলোকপুৰী।

দেৱালৰ সিপাৰত
তুলসী গুৰিত
বন্তিগছ জ্বলে—
ঢিমিকিছে অন্তৰত।

পথাৰৰ চগাবোৰ
বন্তিৰ ভাপত
পৰি আজি মৰে;
মৰিছে মায়াও মোৰ।

## কাতি বিহু



তাল-খোল মৃদঙ্গৰ
প্ৰতিধ্বনি উঠে
প্ৰাচীৰ সিপাৰে—
শিঙা বাজে ভিতৰৰ।

কাৰাই আনন্দ-মেলা
কংসৰ ভয়ত
লুকুৱা কৃষ্ণই
ইয়াতে কৰিছে খেলা।

জগন্নাথ ক্ষেত্ৰ কাৰা,
জাতি-বৰ্ণ-ধৰ্ম্ম
সমন্বয়ী হ'ল—
ভোগকো যাচিব পৰা।

কাৰা মকতো যে শুনি
আজানৰ ধ্বনি
উঠে একোবাৰ
ৰছুলৰ সত্য বাণী।

শিকলিৰে বন্ধা হাত—
সিও মুক্ত, গন্ধ
পুষ্প অৰ্পণত—
শক্তি পূজা-অৰ্চ্চনাত।

কাৰা বন্ধনৰ ঠাই
নহয়—মুক্তিৰ
আনন্দ উৎসৱ
হিয়া তলি ভেজি যায়।

১লা কাতি—১৮৬৪ শক।

# বিজয়া

মাটিৰ প্ৰতিমা নোহোৱা হবাৰ
দিবলৈ ঘূৰি বিসৰ্জন ;
অভয়া বৰদা হই দেখা দিছা—
কৰা কাৰাগাৰ উন্মোচন।
তোমাৰ সন্তান শক্তি উপাসক
হই অপেক্ষিছে অসুৰৰ
বধ, তব দশ ভূজৰ শক্তিত—
মঙ্গলৰ বাবে জগতৰ।
আক যে নিদিবা লেৰেলি যাবলে
অ-পৰাজিতাৰ বসাল ঠাৰি ;
অভয় কৱচ বান্ধি দি জয়ৰ
যাত্ৰা কৰোৱা ভয়হাৰী।
বিদায় নিদিও যেতিয়ালৈকে
অ-সুৰ নকৰা সংহাৰ ;
প্ৰতি ঘটে ঘটে থাকা শক্তিৰূপা—
কৰা সুৰ-শক্তি সঞ্চাৰ।
বিজয় যাত্ৰাক কৰা আজি শুভ
পথ নিষ্কণ্টক কৰি দিয়া ;
সন্তানে তোমাৰ চৰণত আজি
যাচে নিজ ৰক্ত-জৱা—নিয়া।

২ কাতি।

# খোলা কাৰাগাৰ

খোলা কাৰাগাৰ দুৱাৰ তোমাৰ
ভক্ত সকল গল,
আৰম্ভে মাতৃৰ পূজা ভিতৰত
আৰতি সময় হল।
পাচ পৰি ৰলো সন্ধিয়ালৈকে—
আহিছে আন্ধাৰ হৈ;
পলম নকৰা যোৱা ততালিকে
থাকিব নোৱাৰো ৰই।
লোৱৰ শলখা! শাৰী শাৰী হোৱা,
বাট দিয়া যাবলই;
আহিছো নিষ্ঠাৰে, দেৱ দৰিশন
মন্দিৰত পাবলই।
বাহিৰত শুনো তোমাৰ হৃদয়
পাষাণেৰে গঢ়ি থোৱা;
ভিতৰ সোমাই চাওঁ দেখো তাতো
প্ৰাণৰ স্পন্দন হোৱা।
অন্ধ কাৰাগাৰ বাহ তমসাৰ
সৎপথ বিচাৰিছো;
আপনাৰ কাৰ চাপিলো যিমান
সিমানে পোহৰ দেখিছো।

ভিতৰ সোমাই দেখো বাহিৰৰ
কোলাহল একো নাই ;
প্ৰতিধ্বনি তাৰ মাথোঁ হৃদয়ত
আহি ঘূৰি ঘূৰি যায়।
কণ্ঠ, উপকণ্ঠ বন্ধ তোমাৰ
কাৰা !—সাধনাৰ থল ;
মন্ত্ৰ শক্তি দেখো সমাধিস্থ হৈ
সিদ্ধি পথত বল।
কামনা, বাসনা সোধালো তোমাক—
দুৱাৰ মুখতে থলা ;
হে কাৰা ! তোমাক শত-নমস্কাৰ—
সাধনাৰ ঠাই হলা !

৩ কাতি।

---

# ভিতৰ সোমালো

বদ্ধ-কণ্ঠ ভিতৰ সোমালো
মাতৃৰ আহ্বান শুনি যে পালো,
কঁপিল হৃদয়-বীণা, বাজিল অভয় শিঙা
দিঠকতে সপোন দেখিলো—
দেখি-শুনি তবধ মানিলো।

বাহিৰত যৱনিকা পৰি
ভিতৰত দেখুৱালে ঘূৰি,
কিনো বৈকুণ্ঠৰ ঠাই একোতেই কুণ্ঠা নাই
আছে অন্ধকাৰ ভেদ কৰি
হৃদয়ৰ আলোক-পুৰী।

দেখো যত সাধকৰ দল
কৰি কাৰাগাৰ তীৰ্থস্থান,
দুঃসাধ্য সাধনা কৰি তপঃক্লিষ্ট দেহা ধৰি
চিন্তি আছে মাতৃৰ মঙ্গল—
মোকলাব দাসত্ব শৃঙ্খল।

বেদী পাতি পূজাৰীসকল
বহি আছে শোভি যজ্ঞস্থান,
উঠে আবৃত্তিৰ ধ্বনি মুক্ত আকাশত শুনি
দৈৱবাণী—"নহব নিষ্ফল
মহাযজ্ঞ, হে সাধক দল!"

বন্দী আছি তাতে একাষত
পশিলেহি অন্তৰ মাজত,
পূত গন্ধ ধূপ ধূনা কিযে এটি উদ্দীপনা
হল মোৰ সংশয়ী মনত,
বাট চাই বন্দী বিশ্বাসত।

মন্দিৰৰ দুৱাৰ দলিত
বন্দী নতশিৰে অনিদ্ৰিত,
যদি আছে মুক্তিনাথ চৰণত প্ৰণিপাত
কৰি ভিক্ষা মাগিম বাঞ্ছিত—
জননীৰ মুক্তি, আকাঙ্ক্ষিত।

ভাগৰি-জুগৰি আহিছিলো
সাৰে থাকি বৰ নোৱাৰিলো,
মহানিদ্ৰা হল মোৰ— সাৰপাই চকুযোৰ
মোহাৰিলো—দেখো কাৰাগাৰ
মেলি দিলে—মুক্ত দুৱাৰ!

৪ কাতি।



# বন্দিনী জননী

বন্দিনী জননী, আজি কারাগার
ভরিল মাতৃর সন্তানেরে ;
জগতের আজি পূজিতা জননী
রাখিতা সন্তানে স্নেহে কিসরে !
রাজ-রাজেশ্বরী আছিল এদিন
ভারত জননী জগত মাঝে ;
লক্ষ মণি-মুক্তা যার শিরে শোভে,
শোভেনে আজির বন্দিনী সাজে ?
হিমালয় ধরে যার উচ্চ শির,
সাগরে পখালি আছে চরণ ;
বিন্ধ্য নীলাচল বুকুত শোভিছে
যার আজি হল কারাবরণ !
জননীর পদ-ধূলা পরি আজি
বন্দীশাল হ'ল পুণ্যধাম ;
বাচিছে নিঠারে কোটি সন্তানে,
মাতৃ-চরণত সেৱা নিষ্কাম।
শৃঙ্খলিতা আজি যদিও জননী,
ঝঙ্কারি উঠিছে মুক্ত প্রাণ ;
সন্তানর লাখ কোটি কণ্ঠত,
শুনা, বাজি উঠে তারেই গান।

• কাতি।

---

# মহালক্ষ্মী

দুৱাৰে দুৱাৰে আজি বন্তি-শলিতা
জলাই, লখিমী আই দেখা দিব বুলি,
ঘৰে ঘৰে বাট চাই থাকিব সকলো,
আন্ধিকেৰে মচি থই দুৱাৰ দলি।
স্বৰ্গৰ পোহৰ আহি পূৰ্ণিমা ৰাতিত
উজলাব দশোদিশ, আন্ধাৰ খোটালি
পোহৰত চকু দিলে চকু বোৱা হব,
প্ৰাণতো জলিব তাৰে স্নিগ্ধ দীপাৱলী।
ভাৰতৰ মহালক্ষ্মী আজি যে কাৰাত,
সুদূৰৰ ভাগ্য-চন্দ্ৰ ক্ষীণপ্ৰভ হল ;
শ্ৰীহীন পূৰ্ণিমা ৰাতি, মলিয়ন মুখ,
কাৰা-দুৱাৰত আজি শুদ্ধ হৈ ৰল।
তথাপিতো উদ্ভাসিত হৃদয়ে,
হইছে পূৰ্ণিমা আজি স্বপ্ন-লোকৰ ;
সাৰ পাই দিঠকত দেখো মুক্তকাৰা—
নহয় বন্দিনী আৰু লক্ষ্মী ভাৰতৰ।

৬ কাতি।

# সেৱকবৃন্দ

দেখো জননীৰ সেৱকবৃন্দ,
গাই স্বাধীনতা জয়ৰ গান,
তোলে হৃদয়ত প্ৰতিধ্বনি তাৰ,
জগাই সুপ্ত স্বাধীন প্ৰাণ।
সেৱাৰ মাজেদি পোৱা ত্যাগখিনি
যাচে আজি মাতৃ-চৰণত;
কাৰাবাসতেই মন্দিৰ তুলিছে—
পূজাৰ থাপনা হৃদয়ত।
ধূপ-দীপ-গন্ধ, বন্তি-শলিতা,
একোৰেই তাত নাই আয়োজন;
ৰিক্ত হস্তেৰে মাথো অৰ্চ্চনা কৰিছে,
বুকুত পিহিছে ৰক্ত-চন্দন।
মন্ত্ৰৰ সাধনা কৰোতে কৰোতে,
শৰীৰ পতন হলেও হওক;
স্বাধীনতা—নাই, মৃত্যুবৰণ—
পাঞ্চজন্য আজি বাজি উঠক।

৬ কাতি।

# সজাৰ পখী

প্ৰাণৰ পখীটি মোৰ সজাত আৱদ্ধ হ'ল
উৰিব নোৱাৰে দেহি ডৌকা কোবাই ;
লোৱৰ শলখাবোৰে চকুৰ কুটাৰ দৰে
পীড়া দিয়ে—স্নিগ্ধ দৃষ্টি লোপ হই যায়।
সজাত সোমাই থাকি উৰিব নোৱাৰি মন
হৈ উঠে মতলীয়া একো একোবাৰ ;
মিছাতে কোবাই পাখি নহবা দুৰ্ব্বল পখী
এদিন মুকলি হব সজাৰ দুৱাৰ।
ক'ত পাবা বনফল শীতল নিজৰা জল,
ক'ত পাবা আকাশত উৰি ফুৰা সুখ ;
পিঞ্জৰাত যিবা পোৱা তাকে খাই কিৰিলিৰা
দেখিবা পৰিব ওৰ বন্ধনৰ দুখ।
সজাৰ পখীটি হলা— একো কথা নাই তাত
চকুত পৰিব পখী! আকাশ পথত
বিহগ বিহগীসবে আলাসতে বিহৰিছে—
তাকে চাই পাহৰিবা নিজে আনন্দত।
ভাগিব সজাৰ সেই কেইডাল শলখাও
এদিন উৰিবা তুমি নিজে আকাশত ;
নাথাকিব চিন-চাব তোমাৰ এই সজাটিৰ—
গাই যাবা মুক্তিগান বিমান-পথত।

৭ কাতি।

# ব্যাধৰ শৰ

ব্যাধৰ শৰত পৰিল শুকৰ
এবলৈ তাক সহিব পাৰি;
মইনা কুলিক বিন্ধিলে সি শৰে
তেতিয়া কদাপি সহিব নোৱাৰি।

মইনা কুলিক সজাত আটক
কৰি ৰাখিলেও আহাৰ খিনি
পাখীৰে পানীয়ে দিবই লাগিব—
নোৱাৰে হব সি চুৰা পাতনি।

'ৰাধা-কৃষ্ণ' নাম মইনা কুলিক
বিয়ৱধে শিকালে হুগুৱায়;
মাজ নিশাথন হুহুৱে মাতিলে
ব্যাধৰেই মাত শুনা যায়।

সজাত সোমোৱা মইনা কুলিক
নোৱাৰিবা ব্যাধ শিকলি দিব,
সেউজী বনত মইনা আকৌ
উৰি ফুৰনিত সুৰেৰে গাব।

বিহাৰ কৰিব কুলিয়ে আকৌ
চিৰ-বসন্তৰ বাতৰি আনি;
দূৰ-দিগন্তৰ মাতকো ওচৰ
কৰি বৰষিব অমিয়া খিনি।

কবিৰ পাখিলি শৰালি হালিক
শৰবিদ্ধ কৰি ব্যাধ! তই;
যাতে উপজিল বাল্মিকী-প্ৰতিভা—
পাৰিবিনে বাধা দিব অই!

৮ কাতি।

# পোৱাতী বাঘিনী

কাণ পাতি শুনা কাৰাগাৰ !
তোমাৰ যে লোহৰ দুৱাৰ
কৰ্কৰিছে, ঝিঞ্চিৰিছে মৰ্ম্মৰিছে
অত্যাচাৰ, অবিচাৰ আহি আঘাতিছে ;
কঁপিছে হৃদয় শলখাৰ
একোবাৰ হৈ যাব খোজে চুৰমাৰ !

সাৱধান দুৱৰী প্ৰহৰী !
যোৱা আৰু অলপ আঁতৰি,
পোৱাতী বাঘিনী আহে কঁপাই মেদিনী,
বাটে-বাটে ঘনে ঘনে যাবে গোজৰণি ;
নোজোকাবা, খুখুচিবা ঘূৰি ,
বাহিৰতো খোজগাল থাকিব যে পৰি ।

সোমালেহি বাঘিনী গঁৰাল,
মাৰিলেহি একোটা উফাল,
লোহৰ শলখাবোৰ চেপেটা লাগিল,
বই বই গঁৰালত কঁপনি উঠিল,
বন্দীশাল হল শক্তিশাল—
সোমালেহি বাঘৰ যে পোৱালী এগাল ।

মাতৃ আজি বাঘিনীৰ দৰে
গঁৱালত সোমাই গোজৰে ;
বধি থাকা বাহিৰত একো কথা নাই
নাথাকিবা একেখিৰে চকুলৈ চাই,
বাঘমুৱে যদি আহি ধৰে,
অস্ত্ৰে-শস্ত্ৰে ৰবা মাথো পুতলাৰ দৰে।

ধন্য হলা গোৱৰ গঁৱাল,
জননীৰ হলা বন্দীশাল।
শুইছে বাঘিনী আজি গঁৱাল মাজত,
নোজোকাবা যাঠি-জোং লই বাহিৰত,
সাৰ পালে গৰজি উঠিব—
গঁৱালৰ সতে জাপ কেনিবা মাৰিব।

৯ কাতি

---

# অশান্তিৰ ঠাই

নাজানিবা কাৰাগাৰ অশান্তিৰ ঠাই
শান্তি নিজৰাৰ ফল্গু তাতো বৈ যায়।
শান্তি যদি ভিতৰৰ বন্ধ হয় অন্তৰৰ
কাৰাত কিয়নো হব সৃষ্টি অশান্তিৰ—
বিচাৰা নিজতে পথ মনৰ শান্তিৰ।

মনৰ শান্তিনো ক'ত সেই কথা ভাবা,
দেহাৰ অশান্তি খিনি আওঁৰা দেখিবা;
কামনাৰ বাসনাৰ ঠাই নোহে কাৰাগাৰ
কঠোৰ শৃঙ্খলা লই থাকিব লাগিব,
মোহৰ মুদ্গৰে তাক নোৱাৰে ভাঙিব।

সাধনাৰ আহুতিৰে অগনি জ্বলাই
এটি এটি কৰি যাত কামনা পেলাই
যজ্ঞ আৰম্ভন কৰা মন্ত্ৰসিদ্ধ হৈ পৰা
দেখিবা হোমৰ গন্ধে-প্ৰাণ আমোদিত,
যন্ত্ৰনা নাপাব মনে আৰু অশান্তিত।

অশান্তিয়ে কৰি তোলে সৃষ্টি নৰকৰ
যন্ত্ৰনাৰ ঠাই হয় অস্থিৰ মনৰ।
মনেই নিজৰ ঠাই হৰ্ম্য কাৰাগাৰ নাই
মনতে আসন পাতা নিজ তপস্যাৰ
তাতেই মুকলি হব সিদ্ধিৰ দুৱাৰ।

কাৰাবদ্ধ দৃষ্টি তুলি লোৱা তাৰপৰা
চকুৰ অঞ্জন নীলাকাশ খনি কৰা।
বিমান বিহাৰী পখী উন্মুক্ত আকাশ দেখি
কাৰাৰ বন্ধন দুখ ডাৱৰে ঢাকিব,
আঁৰত পূৰ্ণিমা ৰাতি পোহৰ ঢালিব।

১০ কাতি।

# পাষাণী

শিলেৰে বন্ধোৱা তোৰ হিয়া যে পাষাণী!
মমতাৰ লেশ মাত্ৰ নাই;
কাষৰ মাজত উঠে হাহাকাৰ ধ্বনি,
হিয়া তোৰ পৰশি নাযায়।

প্ৰস্তৰে প্ৰস্তৰে গাঁথ কিহৰ কাহিনী
শিলৰ ৰেখাত বই যায়;
শিৰাই শিৰাই চলা তেজ গই, তাৰ
জোৰাই জোৰাই গোট খায়।

চতুৰ্দ্দিশে চায় তই চকু ৰঙা কৰি
অট্টহাসি সদায় মুখত;
নিতৌ জ্বলাই আছ লক্ লক্ কৰা
জুইকুৰা কঠুৱা বুকত।

পৰি তাত ছাই হয় চন্দনৰো কাঠ
পূতিগন্ধ জাবৰৰ স'তে;
নৰকৰ কুণ্ড পাতি দিছহি হিয়াত
সকলোটি আহু যায় তাতে।

পাষাণী! নহয় আজি কাৰাগাৰ তোৰ
কলুষিত পাপৰ ভৱন;
মুক্তিৰ সাধকবৃন্দে যজ্ঞ আৰম্ভিছে
পাতি তাতে পূজাৰ আসন।

অৰ্পিছে সকলো সুখ-দুখ ভোগ-ত্যাগ—
ভৰিছে যজ্ঞৰ কুণ্ড উলি;
নাযাবনে—আহুতিত দিয়া ঘিউ দবে—
পাষাণ হৃদয় তোৰ গলি?

১১ কাতি।

---

# বন্দীৰ বিচাৰ

বিচাৰকে আসনত বহি লৈ বিচাৰ কিহৰ
কৰিব, কিহৰ সূত্ৰ ধৰি লৈ কোন অসত্যৰ ?
কিহৰ বিচাৰ হব কোনে তাক কৈ দিব
সাম্য-মৈত্ৰী-স্বাধীনতা বিচৰা লোকৰ
অপৰাধ—সিও হ'ল যোগ্য বিচাৰৰ !

স্বাধীন দেশৰ আজি উৰিছে পতাকাখন
মাতৃহন্তা দেশদ্ৰোহী বিনে আৰু সৰ্ব্বজন
থিয় হৈ পতাকাৰ তলতেই একোবাৰ
স্বাধীন ভাৰত বুলি ভেদিছে গগণ—
সেয়ে আজি অপৰাধ হল অগণন।

ভাবিচা মহান আত্মা বন্দী আজি ভাৰতৰ,
শুদ্ধ-বুদ্ধ-মুক্ত আজি পতাকাত ত্ৰিৰঙ্গৰ
প্ৰকাশিছে বাহিৰত, জ্যোতি দিয়ে অন্তৰত
চমক লগাই উৰে আকাশী ৰথৰ,
শোভি যায় আগে আগে বিমান পথৰ।

উঁৰলিব বন্দীশাল এদিন সন্দেহ নাই,
সকলো সন্তানে পাব মাতৃৰ কোলাত ঠাই,
অবিচাৰ, অত্যাচাৰ নাথাকিব কাৰাগাৰ,
মুক্তপ্ৰাণে মুক্তবায়ু সেৱিব সদায়,
জগতৰ পূজ্য মাতৃ মুখ লই চাই।

বিচাৰক ! বিচাৰৰ আদেশ শুনাই দিয়া
বন্দীৰ শালত মোৰ গঢ়ি লম মুক্ত হিয়া,
কাৰাৰ বন্ধন যিটি, শুচাব দেহাৰ বতি,
আত্মাই পিবলই পাব যে অমিয়া—
পলম নকৰা আৰু—দিয়া শাস্তি দিয়া !

১১ কাতি।

# আদৰ্শ আমাৰ

দেখো আজি ঘনে ঘনে বিমান কঁপিছে,
বজ্ৰপাত, উল্কাপাত সঘনে ঘটিছে;
চাৰি মুঠি জীৱ ভয় ত্ৰাসত মৰিছে,
তলে-ওপৰে মুখ ৰাক্ষসে মেলিছে।

ইন্দ্ৰজিতে আছে যেদি—ক'তবা লক্ষ্মণ?
শক্তিশেল মাৰিবৰ নাই বেছি ক্ষণ,
স্বৰ্গ এৰি গলা কেনি হেৰা দেৱগণ!
অসুৰক দেখি কিয় উঠিছে কম্পন।

দেৱতা বোলাই পালা নৰ মনিষক,
পদে পদে ভুৰা দিলা জগতে নিন্দক;
আত্মঘাতী হলা নিজে মাৰিলা আনক,
ক'ত ঠাই পাবা লই এই কলঙ্কক?

অসুৰৰ বাবে থলা যিখিনি গৰল,
তাৰেই অসুৰে এনে বৰষে মুষল;
দেৱৰাজ! ক'ত তব বজ্ৰমুঠি বল,
কেনিনো পলাই গল দেৱতাৰ দল!

অমৃত গৰল লৈ দেৱাসুৰ ৰণ
হৈ আছে চিৰকাল কঁপাই ভুবন;
ভোগৰ লালস বাঢ়ি যায় অণুক্ষণ,
ইজনে সিজনে পালে বধে তেতিক্ষণ।

নিৰ্মল আকাশ চিৰকাল ভাৰতৰ—
উঠিছে দুৰ্গন্ধ আজি বিষাক্ত বম্পৰ;

দেৱাসুৰ যুদ্ধৰ কাহিনী শুনিবৰ
নাই আৰু স্পৃহা নৰ-নাৰী অন্তৰত।

দেৱাসুৰ নোহে আজি আদৰ্শ আমাৰ—
কৰিব লাগিব জন্মভূমিৰ উদ্ধাৰ;
হৃদয়ে হৃদয়ে কৰি শক্তিৰ সঞ্চাৰ,
চিনাকি দিয়াছো শুদ্ধ মানৱতাৰ।

জন্ম-মৃত্যু মাজে আছে মানৱ জীৱন
দেৱতাৰ দৰে নোহে চিৰ অমৰণ;
অসুৰৰ শক্তি হয় মৃত্যুৰ কাৰণ,
কৰা মাথো মানৱৰ ধৰ্ম্ম আচৰণ।

এৰি দিয়া সৰগৰ কামনা এবাৰ,
শক্তিৰ শেলত পৰি আকৌ ধৰাৰ
বুকুখন তেজেৰেই ৰাঙলী কৰাৰ,
অসুৰৰ ৰক্ত যেন নোলায় এধাৰ।

দুৰ্য্যোধনে নেৰে ভূমি সূচিৰ আগত,
হল তাৰ সমাধান কুৰুৰ ক্ষেত্ৰত,
নিনাদিত পাঞ্চজন্য শঙ্খৰ মাজত,
বিজয়ৰ আশা কৰা ধৰ্ম্ম যুদ্ধত।

অস্ত্ৰ-শস্ত্ৰ প্ৰয়োগতো পাশৱিক বল
প্ৰকাশেই নোহে ধৰ্ম্ম যুদ্ধৰ থল;
প্ৰকাশ নহলে মানৱৰ আত্মবল—
সাম্য-মৈত্ৰী-স্বাধীনতা সদায় নিস্ফল।

১৩ কাতি।

—

# অথিৰ নহবি মন

অথিৰ নহবি মন! হাত-ভৰি বন্ধা তোৰ,
পৰেহি মনত আহি কৰবাৰ কথাবোৰ।
তপত খোলাত ভাজি দিছে হিয়াখন আজি
উফৰি উফৰি যায় মন একোবাৰ,
ভিতৰি ডেন্নাই থাকে কথাই চিন্তাৰ।

বন্দীশাল দিছ শালি বুকুৰে-পিঠিয়ে তই,
ইকাটি সিকাটি কৰিবৰ সাধ্য নাই অই!
চিন-ভিন কৰি দিলি আত্মীয়-স্বজন বুলি
কেনি কোন আছে একো নাপাওঁ বাতৰি—
বেৰৰ সিপাৰে গল সকলো আঁতৰি!

স্বপ্নও যে নহা হল তোৰ পোতাশাললৈ,
দিঠকতো সাধ্য নাই বাহিৰলৈ যাবলই।
আহে চাগে বাহিৰত— মোৰ দৰে ভিতৰত—
একোকে নাপাই দেখা গুচি গুচি যায়—
কাক যেন দেখে ছুঁয়াময়া সুৰুঙাই।

জনাও জুৰুৰি হল, লুইতৰ ডকাবোৰ
আহিছে আফালি ঘোৰ গৰজন কৰি মোৰ।
হিয়াত কঁপনি তুলি মনেও নাপাই-তলি
পাৰ কৰা যদুনাথ স্মৰে একোবাৰ,
ৰঠা ধৰে বিষালত—মাৰে সাধ্য কাৰ!

বিশ্বাস কৰিবি মন! জগতৰ সূক্ষ্মগতি
পথালি চকুৰে দেখা নাযায় যদিও, অতি
ধীৰ-স্থিৰ ভাবে গই আছে চিৰকাললই
বাহিৰৰ চউবোৰ আহিছে সদায়,
তাতেই উঠিছে ঘূৰি তাতে মাৰ যায়।

অনন্ত কালৰ পৰা বিশ্বলীলা চলি আছে,
লীলাময় নিয়ন্তাই নিৰন্ত্রিত কৰি দিছে ;
নাজানি কৰিব লীলা লবাৰ ধূলিৰ খেলা
বুলি মানুহেই এই সোণৰ সংসাৰ,
একো একোবাৰ কৰি আছে চূৰমাৰ।

আত্মীয়-স্বজন, মন! আছে আতমাত তোৰ
ছিন-ভিন কৰি দিছে কাৰাগাৰে দেহাবোৰ ;
জগতৰ তমসাত চেতনা হেৰালে গাত
আতমাই আতমাৰ লগত থাকিব—
স্মৃতিৰ পথত গই ঘূৰি চিনি পাব।

১৪ কাতি।

# বিচাৰ আসন

অবিচাৰ অত্যাচাৰে পঞ্চভূতী দেহা লই,
জুইৰে হেতালি খেলা খেলিছে সদায়;
পকা অওঠাটো তাৰে এদিন উফৰি আহি,
নিজৰ বুকুকে পুৰি কৰি দিব ছাই।

বিচাৰ আসন নোহে অসত্যক ঠাই দিয়া,
ধৰ্ম্মৰাজ বহে তাত নিজে আগধৰি;
সন্মান স্থানৰ তেনে ৰাখিব নোৱাৰা হলে
উচিত যোৱাটো তাৰ পৰাই আঁতৰি।

সিপুৰীত যমদূতে নকৰে বিচাৰখিনি,
ধৰ্ম্মৰাজ নিজে বিচাৰৰ অধিকাৰী;
ইপুৰীত কোটোৱাল এজনৰ কথাকেই
লব খোজে বিচাৰকে সৰোগত কৰি।

তাতোকৈও আচৰিত স্বাধীনতা বিচৰাই
যি দেশত গুৰুতৰ দোষ বুলি ধৰে,
তাতো বিচাৰক আছি বিচাৰ আসন পাতি
ধৰ্ম্মক চিয়াই বিচাৰৰ ভান কৰে।

জোখত যেতিয়া লবে বিচাৰৰ তুলাদণ্ড,
লবিল আনিবা শাসনৰ দণ্ডভাল;
পৰিব খণ্ডিত হৈ কেনি সি কোৱাটো টান—
কাৰ মূৰ কৰি দিব তেতিয়া দুফাল।

শক্তিমন্ত ৰাজদণ্ড চিৰকাল জগতত—
ধৰ্ম্ম দণ্ড আগে আগে যায় কাৰণেই;
তেনে দণ্ড কটোৱালে ধৰে যদি হাতে হাতে,
হয় তাৰ ব্যৱহাৰ মাথো লাঠিৰেই।

আছে জানো প্ৰয়োজন আৰু ভেকোভাওনাৰ,
মাতৃভূমি জুৰি আজি হল কাৰাগাৰ;
বিচাৰ আসন পাতি কিহৰ বিচাৰ কৰা,
চোৱা জননীয়ে কৰে মুক্ত দুৱাৰ।

১৫ কাতি।



## বন্ধনৰ দান

সাৱধান! পঞ্চভূতী দেহা,
নহব ইয়াত তোৰ বেহা;
নোৱাৰিবি আৰু তই সুমুৱাই পানৈচৈ
বিধে বিধে কৰিব বেপাৰ—
লই-থই বেহাৰ সম্ভাৰ।

লখিন্দাৰে পাঞ্চে নাও
ইয়াতে বুগালে যেন পাওঁ;
বঠা কেনি উটি গল চৈ ক'ত পৰি ৰল—
এইবোৰ কথা নাভাবিবি,
আৰু মিছা আশা নকৰিবি।

কাৰাগাৰ নহয় বেহাৰ
ঠাই—ভোগ আৰু কামনাৰ;
এইথন মৰিশালি শৱ সাধনাৰ থলি;
বিভীষিকা মাজতেই তাৰ
সিদ্ধিলাভ হয় সাধনাৰ।

তিল তিল কৰি হব ক্ষয়
দেহা তোৰ থাকিবি নির্ভয়;
সাধনাত ক্লিষ্ট হলে, বজ্ৰ-অস্থি গঢ়ি ললে,
সেয়ে জননীৰ পাশুপাত
অস্ত্ৰ—হব অসুৰ নিপাত।

কাৰাগাৰ বন্ধনৰ ঠাই—
ই কথা নজনা তোৰ নাই;
বন্ধনতে মুক্তি আছে, মুক্তি ফুৰে পাছে পাছে—
মুক্তি এৰি বন্ধনৰ দাম
হব যে নোহাৰে একো আন।

পঞ্চভূতে দিছে তোৰ দেহা
ইয়াতেই শেষ হলে বেহা,
ঋণমুক্ত হবি তই, পঞ্চভূতে পাই লয়;
য'তে থাক মুক্ত আত্মা লই,
আহি যাবি জন্মভূমিলই।

১৬ কাতি।

---

# শৃঙ্খলিত জীৱন

হ'ল আজি শৃঙ্খলিত কাৰাৰ জীৱন মোৰ,
পদে পদে জীৱনৰ দেখিছো শৃঙ্খলবোৰ;
শৃঙ্খলা বিহীন হই জীৱন আছিল গই,
ইন্দ্ৰজাল ভৰিছিলো চকুৰ আগত;
যৱনিকা পৰিছিল ভাওনা ঘৰত।

উচটাই দিলে মনে উঠিছিল দেহা নাচি,
কৰিছিল বেহা গৈ য'তে ত'তে পাচি পাচি;
মাটি ভাৰ আনিছিল লোণ পাচি ভাবিছিল;
মাটিতে গৰাহ মাৰি মাইহাং খন
দেখিছিল—তাতে আৰু নানান ব্যঞ্জন।

য'তে ত'তে হাত মেলি ফুৰিছিলো থপিয়াই
ভৰিয়ে ফুৰিব খোজে ফুৰিব নোপোৱা ঠাই,
মেলিলেই চকুজোৰ পৰে আহি কুটাবোৰ
শুনিব নোপোৱা কথা কাণে শুনিছিল—
একোটা কামত মূৰ তল হই পৰিছিল।

বিলাস-ভৱন কৰি লৈছিলো দেহাটোক
একোতে নাছিল তৃপ্তি, গুচাও নাছিল ভোক;
আগে চাউল কঠা ধৰি হৰি কথা পাছ কৰি
বিপৰীত বুজিছিলো শাস্ত্ৰৰ বচন;
"ব্যাধিৰ মন্দিৰ দেহা"—গলো পতিয়ন!

এতিয়াহে বুজি পালো জীৱন শৃঙ্খলাময়,
যাৰ লাগে পদে পদে কঠোৰ শৃঙ্খলা লই;
মেৰুদণ্ড স্থিৰ কৰি খোজ দিলে বাট ধৰি
মাটিতেই চিন-চাৰ হৈ যাব তাৰ—
শৃঙ্খলিত জীৱনেই স্বৰ্গৰ দুৱাৰ।

১৭ কাতি।

# কাৰাৰ ছাঁয়া

বজ্ৰ কঠিন শিলৰ প্ৰাচীৰ
লৌহ শলখা তোৰ,
নহয় সিমান কঠিন যিমান
লাগে তোৰ ছাঁয়াবোৰ।

ছাঁটোৱে বাঘ হই উঠে তোৰ
ভিতৰত সকলোটি;
চকুৰ আগতে গল যেন দেখি
থাপ মৰা জাপ কিটি।

তোৰ ভিতৰত গছ-গছনিৰ
ছাঁয়াত জিৰণি নাই,
তোৰ সেউজীয়া বননিৰ ছাঁয়া
দেখি চকু সুজুৰায়।

হাত-ভৰি বন্ধা শিকলিত তোৰ
নাই তেনে কঠিনতা;
তাৰ চিত্ৰ-ছাঁয়া চকুত পৰিলে
দেখি যেনে কঠোৰতা।

দণ্ডিতৰ দোষ খণ্ডিত নহয়—
তোৰ ভিতৰত চৰে;
কানি-কাপোৰৰ ছাঁত তোৰ দেখি
বৈষ্ণৱো চোৰৰ দৰে।

বান্ধনি ঘৰত         আলাঙ্কুৰ ছাঁয়া
    আক কলা যেন দেখি ;
ভাতৰ ছাঁয়াত         তুইঁগুৰি বোৰ
    অন্ত নপৰে লেখি।

চোচোঁৰাই লই         ফুৰোতে পাত্ৰৰ
    আমঠুৰ কলা ছাঁয়া ;
পৰি ভাত-পানী         পুৰি-ডেই যায়
    জকাঁ হৈ পৰে কায়া।

পথ্যবিহীন         তোৰ ঔষধৰ
    দাগত ৰোগৰ ছাঁয়া
বাঢ়ে যেন লাগে,    খাই থাকিলেও
    মুগুচে মনৰ মায়া।

প্ৰহৰে প্ৰহৰে         চলি আছে তোৰ
    সকলো ঘৰৰ কাম ;
তথাপি যে তোৰ         ঘৰৰ ছাঁয়াই
    নোৱাৰে দিব আৰাম।

লৌহ শলখাৰ         ছাঁয়াবোৰ পৰি
    ভুৰবীৰ মনবোৰ
লোৱৰ দৰেই         টান হৈ পৰে,
    মমতাৰ পৰে ওৰ।

নাথাকে প্ৰভেদ সাধুৰ চোৰৰ
ভিতৰ খনত তোৰ ;
মনৰ কুৎসিত পৰেহি তোৰেই
ছায়া, অন্ধকাৰ ঘোৰ ।

কাৰা ! তোৰ লৌহ শলখা প্ৰস্তৰ
লোয়ৰ শিকলিডাল ;
নহয় সিমান কঠিন যিমান
তোৰ গাৰ ছায়া গাল ।

কাৰা ! তোৰ ছায়া টোহে আচলতে
মানুহৰ বন্দীশাল ;
নিৰ্ম্মম নিষ্ঠুৰ মনুষ্যত্ব হীন
জীৱনৰ চিত্ৰশাল !

১৮ কাতি ।



# অফুৰন্ত আনন্দ

মোৰ বাবে মেলি দিব নালাগে শিকলি,
বান্ধি থোৱা ভালকই কাৰাৰ দুৱাৰ;
নালাগে দেহাৰ সুখ নিবিচাৰো মই—
ইয়াকে কৰিলো ঠাই আত্ম-পৰীক্ষাৰ।
ভেলটো সোধালো আজি তোমাৰ হাতত,
হব পাৰে অধিকাৰী শঙুপো শৰৰ;
সাৱধান! নাই হলে তোৰ অধিকাৰ,
আতমাৰ ভিতৰ খোটালি সোমাবৰ।
নাই তাত মণি-মুক্তা হীৰা-মৰকত,
ভোগ-বিলাসৰ বস্তু একোৱেই নাই;
অপহৰণৰ ভয় নাই একো তাত,
স্বৰ্গতো অধিক তথাপিতো সেই ঠাই।
আছে মাথো আপোনাৰ দাপোণ এখনি,
তাতে পৰে আহি প্ৰতিবিম্ব জগতৰ;
তাৰ অনুৰূপ ছবি আঁকি আতমাই
মেলি দিয়ে সফুৰাটি পৰমানন্দৰ।
মৃগনাভি যবে গন্ধ নিজতেই পায়,
সেয়ে হয় আতমাৰ আনন্দ-বিহাৰ;
আনন্দতে জগতৰ পৰিণতি দেখে,
নাথাকে যে স্পৃহা আৰু অন্য সাধনাৰ।

১৮ কাতি।

---

# শক্তি-পীঠ

যিদিনাই তেজৰ চেকুৰা
ফাটি ফাটি ওলাল জয়াৰ
দেহেঙাত ভুঁইকঁপ উঠি
চাৰি খুটা লৰিল চ'ৰাৰ।

গৰজি উঠিল সিংহ দেখি
সিংহিনীক ধৰাত শাঘিণী,
পৰ্ব্বত তুফান কৰি আহি
মাৰে একোবাৰ গোজৰণি।

বৈ গল জয়াৰ ৰক্তৰ
তপ্তধাৰা জয়-সাগৰত,
আজিও লগাই আছে তাৰ
খলকনি সদায় পাৰত।

তথাপিতো শক্তিৰূপা জয়া,
স্বদেশ,স্বামীৰ হকে প্ৰাণ
তুচ্ছ ক'ৰি দিলে ঘাতকক,
থই গল আদৰ্শ মহান।

ইয়াতেই ৰাধা-ৰুক্মিণীয়ে
কোচঁ পাতি লৈছিল গুলি,
শিপিনীয়ে কোচঁত ভৰাই
লোৱা দৰে একোটা সুতলি।

ৰণচণ্ডী লম্ভিছিল গাত,
ফিৰিঙতি দৰে উফৰিল
শত্ৰু-সেনা যেনিয়ে-তেনিয়ে—
নাৰী-শক্তি প্ৰকাশি উঠিল।

বীৰ লাচিতেও ইয়াতেই—
"শৰাইত" মোমাইৰ মূৰ থৈ
ৰণচণ্ডী আৰাধি দেশৰ
খ্যাতি থলে চিৰকাললৈ।

শক্তি-পীঠ মহাভৈৰৱৰ
ঠাই বুলি নাজানানে তুমি?
হৈছিল শৱ সাধনাত
সিদ্ধস্থান কামৰূপ ভূমি।

নাজানানে ইয়াতে এদিন,
অশ্ব ক্লান্ত হৈ পৰিছিল,
ভগৱান শ্ৰীকৃষ্ণ—যিদিনা
অসময় মোহিনী হৰিল।

পুত্ৰৰ হাতত ইয়াতেই—
পাৰ্থৰো পৰাস্ত ঘটিছিল,
ভীমৰ গদাৰ বল লই
ঘটোৎকচ বীৰ উপজিল।

সুৰ অসুৰৰ বীৰ্য্য স্থান,
অপৰূপা অসম জননী,
চিৰকাল শক্তিৰূপা হৈ,
বিৰাজিছে শক্তিশালিনী।

যেনেধৰ দেশতেই আজি
ডেকা-গাভৰুৰ সমদল
যায়, কুহিলাৰ ঠাৰি গণি
বন্দুকক, ভাঙি হিলদল।
১৮ কাতি।

প্ৰাণ দিয়ে অকাতৰে আজি,
বুকুৰ তেজেৰে বলি দিছে,
চৰণ যুগল জননীৰ
চিৰকালৈকে আৰাধিছে।

সি দেশত আজি অত্যাচাৰ,
অবিচাৰ, শত নিৰ্য্যাতন—
বাবিনীৰ সন্তানেও আজি
শৃগালৰ কৰে আচৰণ।

শত শত বন্দুক বাযান
উফৰিল মাতৃৰ বুকত,
যেনে মাতৃ-হিয়াত চাণ্ডিন।
বেজি মাৰে শালৰ গছত।

জননীৰ স্বাধীন পতাকা
লৈ যায় যতেক সন্তান—
ছাঁ-টিকো গচকি যোৱাৰ
নহব যে নৰকতো স্থান!

# অহিংস যুদ্ধ

এই ভাৰতত হৈছিল এদিন
কুৰুক্ষেত্ৰ ধৰ্ম্ম-যুদ্ধৰ থল ;
সবংশে নিধন হ'ল কুৰুকুল,
ধৰ্ম্মৰেই জয় শেহত হল ।

অৰ্জ্জুনে গাণ্ডীৱ ধৰিব নোখোজে,
মাৰিব নোখোজে আপোনজন ;
ক্লৈৱভাব লই ক্ষত্ৰিয়ৰ ধৰ্ম্ম
নোৱাৰে কদাপি হব পালন ।

পাৰ্থৰ সাৰথি স্বয়ং কৃষ্ণ—
দেখিলে পাণ্ডৱে নিদিলে ৰণ,
ভাৰতৰ শান্তি নৰব—নহলে
আসুৰিক ক্ষাত্ৰ শক্তি নিধন ।

যুদ্ধ ক্ষেত্ৰ নোহে সংশয়ৰ ঠাই,
স্ব-ধৰ্ম্ম মাথোন পালন কৰা—
ঘোষিলে কৃষ্ণই যুদ্ধ-ক্ষেত্ৰত,
আপোন পৰৰ ভাবনা এৰা ।

সংশয়ৰ ছেদ হল অৰ্জ্জুনৰ,
বিজয় আকাঙ্খা মাথোন ৰ'ল ;

আপোন পৰৰ বিচাৰ গুচিল
মনৰ দৌৰ্ব্বল্য আঁতৰ হ'ল।

বাহুবল হ'ল পৰীক্ষা যেতিয়া,
অৰ্জ্জুনে কৰিলে শৰ সন্ধান;
ক্ষত্ৰিয়ৰ ধৰ্ম্ম কিছু যে লৰিল,
নহলে কৰ্ণক সংহাৰা টান।

ভীষ্মই প্ৰতিজ্ঞা নেৰিলে যদিও
ইচ্ছা মৃত্যু হই ধৰ্ম্মৰ জয়
কৰোৱালে, শৰ-শয্যাত পৰি,
সাধিলে সিদবে অধৰ্ম্মৰ ক্ষয়।

"অশ্বথামা হত ইতি গজ" বুলি,
ধৰ্ম্ম যুধিষ্ঠিৰে অখ্যাতি ভয়
পাহৰিল, সন্ধিক্ষণত ৰণৰ—
নহলে জয়ৰ আশা যে নৰয়।

যুদ্ধ-নীতি ৰণ-কৌশল যিটো—
যুদ্ধ নকৰাৰ উপায় হয়;
সম্মুখ সমৰ আহি দেখা দিলে,
একেটা খোপনি তেতিয়া নৰয়।

কুন্তি-কাৱাজত যোৱা সেনানীৰ
যুদ্ধ-ক্ষেত্ৰ পালে নিমিলে ভৰি;

তেতিয়া কেৱল ভাবে শত্রুদল
কিদৰে সংহাৰ কৰিব পাৰি।

অহিংস যুদ্ধত স্বাধীনতা লাভ—
ভাৰতৰ আজি অমোঘ বাণী;
যুদ্ধ-ক্ষেত্ৰত ব্যতিক্ৰম তাৰ
অলপ হ'লেও, সি কথা নামানি।

তথাপিতো কুৰুক্ষেত্ৰ ৰণৰ
মূল নীতি ধৰ্ম্ম-যুদ্ধ কৰা;
সৃষ্টি হ'ল তাতে মহাভাৰতৰ,
নোৱাৰি আঁতৰি যাব তাৰ পৰা।

আজিৰ পাৰ্থ সাৰথি নামিছে
অহিংস যুদ্ধৰ বাহিনী লই;
ৰণত যদিও নোৱাৰি সিমান
কৰ্ণ-অশ্বত্থামা বাছিবলৈ।

১৯ কাতি।

---

# মুক্তিৰ পথ

মুক্তিৰ পথ নহয় সুগম—
দুৰ্গম, অতি কণ্টকময়,
পথত শ্ৰান্ত ক্লান্ত হোৱা জন
মুক্তি পথৰ যাত্ৰী নহয়।

মুক্তি পথিকৰ তৃষিত প্ৰাণৰ
তৃষা কদাপিও নহয় দূৰ;
মুক্তি-তীৰ্থত, স্নানৰ অন্তত,
শান্ত নহলে শৰীৰ বোৰ।

মুক্তি যাত্ৰীৰ মনত নপৰে
পথৰ সম্বল ললে কিমান;
মুক্তি কামনা যে ধাউতি প্ৰাণত;
তাৰ বিনে আৰু নাজানে আন।

সহযাত্ৰী হ'ল কিমান পথৰ
মুক্তিকামী জনে নাভাবে তাক;
লক্ষ্য নকৰে গন্তব্য পথত,
যাওঁতে লগত পালেনো কাক।

মুক্তি শানত পূজাৰী বিচাৰি
মুক্তিকামী জন নাথাকে ৰই
মুক্তিনাথৰ ঘাটত নিজেই
নিষ্ঠাৰে জোৰোৰা মাৰে গই।

মুক্তি-মন্দিৰত সিংহ দুৱাৰ
নিৰিচাৰে মুক্তিকামী জন;
দুৱাৰ ডলিৰ এদঁাতিত ৰহি
বিচাৰে মাথোন দেৱ-দৰ্শন।

পালে বা নাপালে নিৰ্মালি প্ৰসাদ,
সাষ্টাঙ্গ প্ৰণামে ধূসৰিত
দেহাত্তেই উঠে গন্ধ চন্দনৰ,
প্ৰাণ কৰি তোলে আমোদিত।

মুক্তিকামী হৈ যাত্ৰীয়ে এখোজো
যাব নোৱাৰিলে যাত্ৰা-পথত,
সংকল্প যাত্ৰাৰ লোৱা মাত্ৰকেই
মুক্তিনাথে দেখা দিয়েহি প্ৰাণত।

২০ কাতি।

# শ্যামা

খড়্গ হস্তেৰে নৰমুণ্ড লই,
নৃমুণ্ডমালিনী হই শ্যামা,
অন্ধ তমসাত পৰি নিজকেই ;
দেখিলা যে মহাকালী বামা।

কালী ৰূপ ধৰি অন্ধকাৰত,
নেদেখিলা শুভ্ৰ দেহা শিৱৰ ;
প্ৰমাদ ঘটিল মনত তোমাৰ,
মহাভ্ৰম বুলি বুজিলা নিজৰ।

হাতৰ ৰক্তৰ হাতত কৰাল
মাৰিল, খড়্গ হাততে ৰল ;
নোৱাৰিলা আৰু এখোজকো দিব ;
তমোময় দেহা উলঙ্গ হল।

শিৱৰ বুকুত নোশোভে তোমাৰ
কৰাল বদন, উলঙ্গ ৰূপ ;
শিৱ-শক্তি, তুমি তমোগুণ ধৰি
হৰিব নোৱাৰা ইটো স্বৰূপ।

শ্যামা ! আজি তুমি ৰক্ষাকালী হৈ,
ৰাখা জগতক শ্যামলা কৰি ;
তেজে তুংকলি দিলে ধৰাখন,
নালাগে থাকিব খড়্গ ধৰি।

২১ কাতি।

# দীপালি

নাই আজি মোৰ বন্তি শলিতা,
জলাও কিহেৰে দীপ-আধাৰ ;
প্ৰাণত জলাই দিয়া জুইকুৰা,
দীপ্ত হৈ উঠক কাৰাগাৰ ।

ঘনীভূত হৈ আছে কাৰাগাৰ
কৌটিকলীয়া তমসা লই,
জিলিকি উঠক, তাৰে পোহৰত
লোহাৰ শিকলি শলিতা হই ।

গলক পাষাণ-হৃদয় কাৰাৰ,
প্ৰাণৰ অগনি উত্তাপ পাই ;
ক্ষণিক সুখৰ চগাবোৰ পৰি
পুৰি-ডেই তাতে হওক ছাই ।

পুঞ্জীভূত হৈ থকা দুখ-ক্লেশ,
ভস্মীভূত হওক তাতেই পৰি .
লোহাৰ শলথা তীখা হৈ উঠক—
মানবে ধৰিব নোৱাৰা কৰি ।

কুঞ্চিয়ে কুঞ্চিয়ে পোহৰ পৰক
ইটিয়ে সিটিৰ মুখলৈ চাই,
দাপোণৰ দৰে চাওক ইটিয়ে
সিটিৰ মুখত কিনো দেখা পায় ।

তাৰে পোহৰত নামক দেৱতা,
কাৰাৰ বন্ধন নকৰি ভয়;
পূৰ্ব্ব-পুৰুষ নামি আহি চাওক
জন্মভূমিৰ কি দশা হয়।

চাওক দুনাই চিনিব পাৰেনে
এয়ে সি সৰৰ ওপজা ঠাই;
কুণ্ঠিত সোমাই চাওক একোবাৰ,
দেৱতায়ো পোহৰ পায় নাপায়।

জুইকুৰা দিয়া অলপ খুচৰি,
কাৰাৰ প্ৰাচীৰ লঙ্ঘি যাওক,
তাৰে শিখা বাঢ়ি অগ্নি-মন্ত্ৰেৰে;
সাধকৰ দল দীক্ষিত হওক।

গাঁঠিয়ে গাঁঠিয়ে শিকলি বোৰৰ,
দীপমালা আজি জ্বলি উঠক;
শাৰীয়ে শাৰীয়ে আৰিয়াৰ জুয়ে,
জনমৰ ঠাই পোহৰ কৰক।

বাহিৰে জ্বলিছে বন্তি শাৰী শাৰী,
কাৰা ভিতৰত শিকলি মালা—
তাৰেই পোহৰ পৰে আকাশত;
ঘৰে ঘৰে আজি দীপালি জ্বলা।

বাহিৰে ভিতৰে যি কুৰা অগনি
জ্বলিছে, তাৰেই শিখাবোৰ
শিৰাই শিৰাই সোমাল দেহাৰ;
পোহৰ পেলাই প্ৰাণত মোৰ।

২২ কাতি।

# কাকুতি

মন! তই জীৱনত কত লটি-ঘটি
কৰালি সকলো পাহৰিছো;
কাৰাতেই শৃঙ্খলিত কৰিম জীৱন,
মৰণৰ আগতে ভাবিছো।

ভাবিছো ইয়াতে ত্যাগ কৰিম সকলো,—
অনুতাপ কৰিব লগীয়া;
জীৱনৰ ভুল-ভ্ৰান্তি কৰিলো যিমান—
শেষ হব জীৱন সন্ধিয়া।

সাধনাৰ ঠাই বুলি কৰিলো বৰণ
কাৰাগাৰ সোমালো যিদিনা;
ইয়াতে আহুতি দিম সংকল্প কৰিলো,
জীৱনৰ যতেক বাসনা।

লক্ষ্য ভ্ৰষ্ট জীৱনৰ শেষ সমাধিৰ
ঠাই হব কাৰা প্ৰাঙ্গণত;
সিদ্ধপীঠ কৰি লম যোগাসন পাতি—
ভাবিছিলো ইয়াকে মনত।

এনেটো সংকল্প কৰি কি যে সুখ পালো,
সেই কথা প্ৰকাশ কৰিব
নোৱাৰো ই মুখে মই কোনে পতিয়াব—
তই তাক নোৱাৰ ভাবিব!

ভোগ-বাসনাৰ বাহ, সেহাকো পাৰিলো
বৰাই বুজাই থব মই ;
তোৰ পৰা নোৱাৰিলো সংকল্প ৰাখিব—
পাহৰাই দিয় তাক তই।

এতিয়াও স্নেহাটোক উচটাই থাক,
কৰি মোৰ বিপক্ষাচৰণ ;
সোঁৱৰাই দিয় তাক কথাই কথাই
হল বুলি দুখৰ জীৱন।

লগাই যুঁজাই থাক আনৰ লগত
টুটকীয়া কথাবোৰ কই ;
তোৰ ক্ষুদ্ৰ আশয়ৰ কথাবোৰ শুনি
পাহৰো আচল কথা মই।

ক্ষুদ্ৰাদপি ক্ষুদ্ৰ মই বুজিও নুবুজো;
তই দিয় কিবাটো বুজাই ;
গোটেই সংসাৰ যেন মোৰ কাৰণেই
আছে—আক আন কাম নাই।

এনেটো বুজায় তই মোৰ সুখ-দুখ
আনে কিয় নুবুজি থাকিব ?
আনৰ নো সুখ-দুখ কিনো বুজো মই,
সেই কথা নিদিয় ভাবিব।

আপোন হলেই ভাল জগতো যে ভাল—
এই কথা বিশ্বাস নকৰ;
তিলমান দোষকণ লোকৰ পালেই,
তাকে তই বেল যেন কৰ।

মিছাতেই তই মোক যিটো বুলি ভাব,
আছে জানো তেনে ভাবিবৰ
কাৰণ—যি বোৰ লোকে শত দোষ মোৰ
দেখি আছে প্ৰতি নিমিষৰ?

পাইছো এখনি ঠাই আত্ম-পৰীক্ষাৰ
তাতো তই নিদিবি আমনি;
গোটেই জীৱন তই ফুৰালি উৰাই,
নিনিবি আকৌ যেনি-তেনি।

আত্ম-সমাধিত বহি নিজতে নিজক,
মৃত্যুৰ আগতে লও চাই;
এয়ে মোৰ শেষ ভিক্ষা, নেভাঙিবি তই
ধ্যান সেই—আসন লৰাই।

২২ কাতি।

---

# মাতৃ-পূজা

হাত-ভৰি বন্ধা মোৰ বন্দীশালত,
মাতৃৰ চৰণ সেৱো কিনো উপায়েৰে ;
হাতেৰে নোৱাৰা হলো গন্ধ-পুষ্প দিব,
সাষ্টাঙ্গ প্ৰণাম মিছা হল বন্ধনেৰে।

ধূপ-দীপ-গন্ধ আছে বাহিৰৰ পৰা
মাতৃ-পূজা চলি আছে বুজিব পাৰিছো ;
আকাশ ৰক্তিমা হৈ উঠা যেন দেখো,
চৰণত ৰক্তজৱা পৰিছে বুজিছো।

বাহিৰত শঙ্খ-ঘণ্টা-ডবা বাজে শুনো,
প্ৰতিধ্বনি উঠে তাৰ কাৰাৰ বুকত ;
সেয়ে ঘূৰি মাৰ যায় আপোনা আপুনি,
মোৰ শূন্য চিদাকাশ হৃদয় মাজত।

সেৱকৰ ভাবতেই ৰলো শুদ্ধ হই,
ধ্যানত চৰণ দুটি ললো হৃদয়ত ;
দেখো ৰঞ্জি উঠে মোৰ বুকুৰ তেজেৰে।
ৰক্ত জৱা সেতা আজি তাৰ ওচৰত।

জননী গোঁসানী আজি পাইছো প্ৰাণত ;
বন্দীশালত দিছো অৰ্পি ই দেহাটো ;
প্ৰতি আঘাততে হব মুক্তিৰ দুৱাৰ
মুকলি, মুক্তিৰ শঙ্খ বাজিব প্ৰাণতো।

২৩ কাতি।

# স্বপ্ন নে দিঠক

স্বপ্ন নে দিঠক, কিহৰ মাজত
পৰিলো হি একো বুজা নাই,
হাত দিলে পাওঁ লোৱৰ তুৱাৰ,
অনায়াসে মন ওলাই যায়।

দিঠকত দেখো কিহৰ ছাঁয়াটি
কাৰাত পৰেহি কৰ নোৱাৰো;
নিজ ছাঁয়াটিকে কাৰোবাৰ বুলি
পাছে পাছে লৰি ভাগৰি পৰো।

দিঠকত দেখো কাৰাৰ মাজত
বন্ধা যেন ভবি শিকলিবে;
সপোনত দেখো বিদ্যুৎ সঞ্চাৰে
যাওঁতে খোজত ফেটিও মৰে।

কাৰাৰ মাজত দেখো দিঠকত,
ছাঁয়াবাজি যেন সকলো কথা;
স্বপ্নত পোৱা পাৰিজাত মালা—
শিকলিবোৰত দেখিছো গঁথা।

দিঠকত · দেখো কাৰাৰ প্ৰাচীৰ
লঙ্ঘিবৰ কাৰো সাধ্য নাই ;
আঁৰ কাপোৰৰ দৰে সপোনত
থই দিও তাক মেৰিয়াই ।

মৰিশালি যেন দেখি দিঠকত
কাৰাগাৰ, অতি ভয়ঙ্কৰ ;
সপোনত তাতে পূজা লয় আহি,
ইষ্ট দেৱতাই সাধকৰ ।

সপোন দিঠক অৱস্থা কাৰাই
দিয়ে একাকাৰ কৰি মনত,
স্বপ্ন-দিঠকৰ অতীত লোকৰ
চেতনা দিয়েহি সুপ্ত প্ৰাণত ।

২৪ কাতি ।



# তপস্যা

কঠোৰ তপস্যা কৰিব লাগিব,
জননীৰ মুক্তি লাগিব সাধিব,
সাতকুৰা অগ্নি বাহিৰে জ্বলাই
কৰা ই তপস্যা কদাপি নহয়।
অন্তৰ্বিপ্লৱে পুৰি-ঢ়েই মৰা,
দ্বিধা-ভয়-শঙ্কা ছাই হৈ পৰা,
প্ৰাণৰ ইন্ধন সমিধ জ্বলাই,
কৰিব লাগিব নিজকে ক্ষয়।
সাতকুৰা অগ্নি বাহিৰে জ্বলাই
কৰা ই তপস্যা কদাপি নহয়॥

আত্মবলি দান কৰিব লাগিব,
নিজৰ তেজেৰে মঙহকো ধুব
লাগিব, নিজৰ হাতেৰে ই দৰে
তপস্যা কৰা সহজ নহয়।
চপৰা চপৰে খহাই নিজৰ
মাংস ডাকিনী যোগিনী মুখৰ
আহাৰ কৰিব লাগিব, অক্লেশে,
যন্ত্ৰনা যাতনা নকৰি ভয়।
সাতকুৰা অগ্নি বাহিৰে জ্বলাই
কৰা ই তপস্যা কদাপি নহয়॥

কাৰাৰ শলখা শালত লগাই,
বন্দীশালত মূৰটো সুমাই,
কৰিব লাগিব নিজকে দান—
দি নিজকেই নিজে অভয়।
ডিঙিত পৰিব খড়্গা হস্ত,
হব নালাগিব অলপো ত্ৰস্ত,
দেখিও মৰণ চকুৰ আগত
বৈ আছে হৈ তেজোময়।
সাতকুৰা অগ্নি বাহিৰে জ্বলাই
কৰা ই তপস্যা কদাপি নহয়॥

ৰুদ্ধ কণ্ঠ আজি বাক্‌শক্তি ছাড়ি
গগণ বিমান কপাব নোৱাৰি,
বীজমন্ত্র জপি আত্মশক্তি লভি,
কৰিব লাগিব অসুৰ জয়।
নিজৰ অস্থিৰে অস্ত্র-শস্ত্র কৰি,
শত্ৰুৰ নিপাত যিদৰেই পাৰি
কৰিব লাগিব—নহলে নহয়।
সাতকুৰা অগ্নি বাহিৰে জ্বলাই
কৰা ই তপস্যা কদাপি নহয়॥

উই হাফলুৰ দৰে কাৰাগাৰ
উঠিছে, চাৰিউফালে ই দেহাৰ;
মাটিৰ শৰীৰ মাটি হৈ গলেও,
নহব আত্মাৰ ক্ষয়।
তেতিয়া স্বপ্রকাশ আত্মজ্যোতিত,
আঁতৰে যিদৰে পূর্ণিমা ৰাতিত
আন্ধাৰ, সিদৰে লৌহ কাৰাগাৰ
আঁতৰিব হৈ ছাঁয়াময়।
সাতকুৰা অগ্নি বাহিৰে জ্বলাই
২৫ কাতি। কৰা ই তপস্যা কদাপি নহয়।

# স্বাগতম

( গড়মূৰীয় ডেকা গোস্বামীৰ কাৰা বৰণত )

গড়মূৰ সত্ৰ আজি গড়ৰ ভিতৰ,—
ঠাই হল কুৰুক্ষেত্ৰ ধৰ্ম্ম-ক্ষেত্ৰৰ ;
স্বাধীনতা আগধৰি .সাধনাৰে লাভ কৰি
নললে নৰয় ধৰ্ম্ম-কৰ্ম্ম জগতৰ,
পৰাধীন দেশত নো সত্ৰ কিহৰ !

অভিমন্যু সোমোৱাদি বেহুৰ মাজত,
সোমালেহি ধৰ্মগুৰু কাৰা ভিতৰত ;
নেদেখো যে সপ্তৰথী, হতমানে মহাৰথী,
এই কুৰুক্ষেত্ৰ এৰি কৰিবা পলাল,
অধৰ্ম্ম যুদ্ধত আৰু ভুঞ্জে কতকাল।

সঞ্জয়ে কিমান আৰু দেখুৱাই দিব,
অন্ধ ধৃতৰাষ্ট্ৰে জানো সেই চকু পাব ?
অভিমানী দুৰ্য্যোধন কুৰুৰ সেনানীগণ
পাঞ্চজন্য নিনাদত কঁপিছে সঘনে,
যতো ধৰ্ম্ম ততো জয় ই কথা নামানে।

ত্ৰিৰঙ্গ পতাকা যদি উৰে ভাৰতত,
ধৰ্ম্ম-ধ্বজা উৰুৱাব কি কাম সত্ৰত ?
সাম্য-মৈত্ৰী স্বাধীনতা থাপনাতে নৈষ্ঠিকতা

ৰব, গুৰুদেৱে ভাবে সত্ৰ থানৰ—
ধূলিতেই গঙ্গা স্নান স্বাধীন দেশৰ।

জননী বন্দিনী যদি আজি ভাৰতৰ,
মুক্তি ক'ত দেৱতাৰো আজি বৈকুণ্ঠৰ?
অচল কি দৰে ৰব,                    হিমাচলো লৰি যাব
সাগৰো শুকাই হব শুষ্ক মৰুভূমি,—
শুনো যেন গুৰুদেৱে দিয়ে এই বাণী।

স্বাগতম গুৰুদেৱ! পূত কাৰাগাৰ;
সোমালেহি মুক্ত কৰি কাৰাৰ দুৱাৰ।
বন্দীশাল উৰি গল,                    কেনি দৈৱবাণী হল,—
ভাৰতৰ মুক্তি বিনে ধৰ্ম্ম-কৰ্ম্ম নাই,
মুক্ত হব মহাত্মাৰ সাধনাৰ ঠাই।

১৬ কাতি।

---

# কাৰাৰ যন্ত্ৰণা

নিদাৰুণ কষ্ট সহিছা যে তুমি
বুজিছো হে কাৰা! মনে ধৰে
তোমাৰ বুকুত সাতকুৰা জুই
জ্বলি দহি আছে নিৰন্তৰে।

নিষ্ঠুৰ নিৰ্মম হাতেই গঢ়িছে
তোমাৰ হাতৰ শিকলি ডাল;
যমৰ যন্ত্ৰণা ভুগিছা নিতউ;
নাযায় জুপুৱায় তোমাৰ কাল।

তেলত ভাজিছে জীয়া মানুহকো,
তোমাৰ বুকুত খোলা পাতি;
শিলেৰে বন্ধোৱা হিয়াও তোমাৰ,
একোবাৰ যাব খোজে ফাটি।

তোমাৰ আগতে কত অত্যাচাৰ
হই আছে তাৰ লেখ যে নাই;
পেলালে তোমাৰ চকু কাঢ়ি যেন
লোহৰ তপত শলখাই।

ঘূৰি ঘূৰি আছে হা-হুমুনীয়া,
সোমাই তোমাৰ বুকুতেই;
মচিব নোৱাৰা তপত চকুলো,

একোটা কথাই শেলমাৰি দিয়ে,
বিন্ধেহি তোমাৰ অন্তৰত ;
কচালি কচালি আৰু সুমুৱাই
দিয়া লোক ওলায় ওচৰত।

তোমাৰ দুখত দুখ পোৱা লোক
দেখা নাই মোৰ চকুযোৰে
নিজে ফুটি মৰা দুলডালো তুমি
নিজে চাঁচি দিব লগাত পৰে।

জীয়াতু খিনিকো সহিব জোখাৰে
নোপোৱা এবাৰো মিঠা মাত ;
চেষ্টা হেৰাই চিঞৰি দিলেও,
তেতিয়াই ধৰে খেতৰে গাত।

বেজাৰ তোমাৰ—নিজ হাতে গঢ়ি
লব লগা হল পোতাশাল ;
জীয়া মানুহেৰে শ্মশান পাতিছা
আহিব নোখোজে মহাকাল !

এতিয়াহে কাৰা ! বুজিছো যে তুমি
অলপ যাতনা ভোগা নাই ;
তুলনাত মোৰ যন্ত্ৰণা খিনি
একোৱে নহয়—দেখা যায়।

২৭ কাতি।

---

# কাৰা মোৰ জীৱনৰ ধাৰা

কাৰা' মোৰ জীৱনৰ ধাৰা
হল আজি ইয়াতেই,          গঙ্গাস্নান সততেই
হই আছে আহিবৰ পৰা।

জীৱনৰ ত্ৰিবেণীসঙ্গম
দেখো ইয়াতেই হল          মন্ত্ৰপূত দেহা বল
লাভ কৰি শুচিত্ব সংযম।

জীৱনৰ সোঁত মোৰ যায়
কাৰাৰ তলেদি বৈ,          সেয়ে মোৰ ফল্গু নৈ;
জানো কোনো কালে নুশুকায়।

ওপৰত স্তুপাকাৰ বালি
এৰি থৈ, তলে বৈ,          ফটিকৰ ধাৰ লৈ
পাৰ কোন সাগৰৰ তলি।

বালিয়ে শুহিব জীৱনৰ
মলিয়ন ভাৱবোৰ,          নৈ যোৱা ধাৰটোৰ
পানীয়ে হৰিব তৃষ্ণা মোৰ।

ইয়াতেই পৰি বন্ধ গ'ল
লুইতৰ ছিগাধাৰ          বাণপানী ৰাবিযাব
আহিলেই বৈ যাব ধল।

দেশ নিব আকৌ ঢৌৱাই,
ভাঙিব গঢ়িব পাৰ, নিজেই সোঁতৰ ধাৰ
লব যেনি গতিয়ে পোনায়।

পাকৈ নিব উটুৱাই,
আকৌ পচোৱা আহি সদাগৰি নাও ভাহি
ধন সোণ আনিব বেহাই।

ধনে ধানে দেশ উপচিব;
মাতৃৰ সন্তান গণ, স্বাধীন জীৱন মন
লই দিন সুখেৰে কটাব।

সিপাৰত সেউজি চাপৰি
পৰিব, তাতেই গই ধূলি-ধূসৰিত হই
মিলি যাম মাতৃ-ভূমি স্মৰি!

২৮ কাতি।

# ব্ৰতী মহাত্মা

( মহাত্মা গান্ধীৰ অনশন উপলক্ষে লিখা )

অৰ্দ্ধ শতাব্দীৰ তপস্যা তোমাৰ,
নোৱাৰে বিফল হব ;
যুগ-দধীচিৰ তপঃক্লিষ্ট দেহা,
বজ্ৰ-অস্থি হৈ ৰব।

তপোবলে আজি বলীয়ান তুমি
আত্মবল দেখুৱাই,
জগত স্তম্ভিত কৰিছা হে দেৱ !
তাৰ যে তুলনা নাই।

সত্য, অহিংসা, প্ৰেমৰ মাজেদি
জগতৰ মুক্তি-পথ
দেখুৱাই গৈ আছা নিৰন্তৰে
নাজানা কিনো বিপথ।

ভাৰতবৰ্ষৰ পুণ্য ই ভূমি
তোমাৰ সাধনা ঠাই ;
মুক্তি মন্দিৰৰ দুৱাৰ মুখত—
সিদ্ধিৰ পলম নাই।

সত্য সাধনাত ব্ৰতী তুমি আজি,

সমাধিত বহি অন্তৰৰ জ্যোতি
বাহিৰত প্ৰকাশিছা।

আত্মা-অনুগামী তোমাৰ শৰীৰ
ইন্দ্ৰিয়ৰ অধিকাৰ
নাই যে দেহাত,— আত্মাই তোমাৰ
কৰিছে দেহ-বিচাৰ।

আতমাৰ সূক্ষ্ম বিচাৰত তুমি
যি সত্যৰ সন্ধান
পাইছা তাতেই সত্য যুগৰ
আহিছে নে আহ্বান?

সত্য-কামী তুমি অন্য কামনা
তোমাৰ প্ৰাণত নাই;
কৰিছা দেহাৰ অনু-পৰমাণু
সত্য সাধনাৰ ঠাই।

হৈছে সত্যৰ অপলাপ জানি
ধৰিছা যে এই ব্ৰত;
ভোগে নটা জনে কিদৰে বুজিব
ইয়াৰ মাহাত্ম্য ক'ত?

অসুৰ-ৰক্তত শিৰ-শক্তি নাই—
পালা এই সত্য তুমি:

ৰক্তবীজৰ ৰক্তপাত হলে
বাঢ়ে অসুৰৰ ভূমি। •

জগতত ই সত্য পৰা নাই লব
জগতে হিয়াত থাপি;
তোমাৰ হিয়াত জগোতে আছিব
পৰা নাই কাৰ চাপি।

যি কুৰা অগ্নিত শোধন কৰিছা
সত্য বস্তু অন্তৰৰ,
হে মহামানৱ! তাতেই প্ৰকাশ
হব সত্য জগতৰ।

তোমাৰ হাতৰ মুঠিত আতমা—
বিনাশন নাই তাৰ;
ব্ৰতৰ অন্তত ত্ৰুগুণে প্ৰকাশ
হব সেই আতমাৰ।

সত্য অহিংসা প্ৰেমৰ ত্ৰিবেণী
সঙ্গমৰ কুণ্ডলৈ;
মিলনৰ বাটে জগত চলিব
মানৱৰ মহামেলালৈ।

---

# বেদী হল আজি মাতৃ-পূজাৰ

( বৰভেটা জেলত 'লাঠী চাৰ্জ্জৰ' কাহিনী )

( ১ )

সিদিনা বেলিটো পৰা মাত্রেই
কয়দীবিলাকে থাই উঠিল,
ঘৰে ঘৰে গৈ সোমাল যেতিয়া
দাফাদাৰ আহি তলা মাৰিল।
ৰাজবন্দী সৱে ঘূৰি-পকি পাছে
ৰান্ধনী ঘৰত সোমাল আহি,
বহিল খাবৰ আশাত মাটিত;
ললে ঠিক কৰি বাটি-কাঁহী।
জুই! জুই! জুই! পাগলা ঘণ্টা!
নিমিষতে জেল পৰিল ভৰি,
বিজাৰ্ভ পুলিচ--হাতে হাতে লাঠি,
পালি-প্রহৰীয়া আহিল লৰি।
তুশাৰী ধৰৰ অন্ধ মিলনৰ
সন্ধিৰ ঠাইত লাগিল হেনো
জুই—দেখা পালে তাকো দূৰতেই;
দুটা প্রহৰীয়ে—নাছিল কোনো।
পলাল! পলাল! ধৰ, ধৰ, মাৰ!
লাঠিৰ শবদ মূৰত উঠিল,
'আই ঔ'! 'মৰিলো'—বিকট চিঞৰ—
মাটিত তেজৰ চেকুৰা বাজিল।

হুৱাহুৱা লাগি কেনি কোন গল
কাৰনো মূৰত লাঠীৰ মাৰ
পৰিল কোনেও কব নোৱাৰিলে—
চতুৰ্দ্দিশে ঘোৰ অন্ধকাৰ।
ওতালিকে দিলে তলা বন্ধ কৰি
বন্দীসকল থকা ঘৰত,
পহু খেদা দিলে যেনিয়ে তেনিয়ে
যিয়েই আছিল বাহিৰত।
মাৰৰ কোবত ডেডাউৰি কাঢ়ি
পাখিভগা হাঁহ অহা দৰে;
চুচৰি আহিল কেনি কোন গল,
নিজেও একোকে কব নোৱাৰে।
মুখৰ ভাতৰ গৰাহ সৰিল
বান্ধনি ঘৰত টাঙোন খাই;
তেজে তুৰুকলি দিলে বাটি-কাঁহী,
মজিয়াৰ বুকু ভকেভকাই।
কিহল, কিহল! কাক কোনে কয়,
মূৰৰ ওপৰে টাঙোন ঘূৰে;
কাৰো খেতালিছে মূৰ, কাৰো হাত
ভাগিল, কৰ্কালৰ যোৰা লৰে।
ধুপদাপ কৰি লৰে চাৰি দিশে
চিপাহী-চন্তৰী বিচাৰি কাক,
থাপতেই কাক মাৰে ধৰে টানে—

হেঁচি-ঠেলি আনি ভিতৰ সুমাই
থলে সকলোটি দুৱাৰ মাৰি ;
বেৰৰ শলখা চেপেটা লাগিল
কিনো অত্যাচাৰ ! হৰি, হৰি !
লোহৰ শলখা হেঙাৰ মাজত
পাৰ হবলৈ সাধ্য নাই ;
চকুৰ আগতে কি করুণ দৃশ্য !
ডেকাৰ মূৰৰ তেজ বৈ যায়।
দৈত্য দানৱৰ বিকট মূৰ্ত্তি
দিঠকতে আহি দেখা দিলে,
মায়া-মমতাৰ লেশ মাত্ৰ নাই,
তেজেৰেই হাত বোলাই ললে।
নিৰ্য্যাতিত সৱ অচেতন হল,
হোলোকা হোলোকে তেজ গলত
চিকিৎসক আহি ফটাকানি বান্ধি
পাপৰ প্ৰলেপ দিলেহি মূৰত।
যমদূত গল আঁতৰি যেতিয়া
যমৰাজ আহি সোমাল তাত,
ধৰ্ম্মৰাজ হই দেখুৱাই গল—
বিচাৰ কৰিব দোষ কাৰ গাত।

( ২ )

সাংকৰে আহি মনত পৰিল
আগতে গোটোৱা লাঠীৰ দ'ম
জেলৰ দুৱাৰ চুকত দেখা যে—
অপেক্ষি আছিল আজিৰ ক্ষণ।

মনত পৰিল এখন কম্বল
জাবত তুজনে টানি যে লোৱা,
খাল নোহোৱাত বৈ থাকোতেই
চেচা ভাত গাল সদায় খোৱা।
আক কয়দীৰ পোচাকেও নটা
গাতে গোক্কোৱা চুৰীয়াখন,
গৰুৰ দানা যেন ভাত আগ্গা
খাওঁতে সদায় একোখন ৰণ।
বাঘৰ পোৱালী চুৱানি পাতৰ
চুৱাই ফুস্‌ফুজে নোৱাৰে খাব,
বলেৰে খুৱাব খুজিলে দেখাতে
স্বভাৱতে সি গৰজি উঠিব।
গঁৱালত পালে ব্যাধে সেই কথা
কিয় বা মানিব ?—শৰ-সন্ধান
যাৰ নিত্য কৰ্ম্ম, ধৰ্ম্ম-ৰক্তপাত—
তেজেৰেই হয় গঙ্গা-স্নান।
কটোৱালো হয় যি ঠাইত 'হজুৰ',
কঠোৰ কিমান শাসন দণ্ড
কিদৰে বুজিব দেশৰ হন্তে
কাৰা ভোগ কৰা সেৱকবৃন্দ।
খোৰাযো নিদিলে পোন হই খোজ
সিও অপৰাধী যি ঠাইত হয়,
অহিংস যুদ্ধৰ বন্দী সেনাসৱে
কিদৰেনো তাক মূৰ পাতি লয় ?

এইদৰে চৈটা মোজা লাগি থাকে
বাঘৰ পোৱালী শুনি গোজৰা ;
ব্যাধে শৰ চাঁচি থৈছিল তাৰে
পোতক তুলিলে আঁৰৰ পৰা।

( ৩ )

তাপ খালে জুই এই কাণ্ড দেখি,
দোমোজাই প্ৰহৰী সোমাই গল ;
দেখে পৰি আছে লেতুসেতু হই
কেৰাচিন তেলেৰে তিতা কম্বল।
ছাই হই গল জুয়ে৷ ততালিকে
প্ৰহৰী হাততে সুমাই গল ;
ক'ৰ জুইকুৰা কোনেনো জ্বলালে—
পানীৰ ঔটেঙা পানী যে হল !

( ৪ )

দৈত্য-দানৱৰ লীলা-ভূমি এই
নিষ্ঠুৰ নিৰ্ম্মম কাৰাগাৰ ;
সেন্নকৰ ৰক্ত পৰিল যি ঠাইত
বেদী হল আজি মাতৃ-পূজাৰ।



# মুঞ্জবিল

নহয় ইডালি মোৰ সোণৰ জিঞ্জিৰি
কেৱল মামৰে ধৰা লোৰৰ শিকলি ;
কাৰাৰ মাজত পাই পিন্ধিলো ডিঙিত,
ভাবিলো ৰুদ্ৰাক্ষ মালা সেয়ে হব বুলি।

ঘূৰাই ঘূৰাই তাকে জপ কৰি পালো
যিটি বীজমন্ত্ৰ—ধ্বনি উঠিল প্ৰাণত ;
সেয়ে আজি প্ৰতিধ্বনি কৰে জিঞ্জিৰিত,
বাজিছে নূপুৰ নৱ বৃন্দাবনত।

ঘূৰি দেখো জিঞ্জিৰিত জলে অগ্নিশিখা
সেয়ে মোৰ কাৰাগাৰ দিলে পোহৰাই,
তাৰ পোহৰতে দেখো সন্তান গণৰ
ধ্যান মাত্ৰ জননীৰ চৰণ সেৱাই।

জিঞ্জিৰিতে মুঞ্জবিল তেজী বঙা ফুল,
কাঁইটীয়া মদাৰত মোৰ জীৱনৰ ;
দেৱতা ভকত ক'তো নালাগে যদিও—
থাকিব [illegible] [illegible]ৰি মাতৃ চৰণৰ।

